


BON KUKUHAR JUI

*A Novel Written by Kamakhya Sabhapandit and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Three and Fifty paisa only.*

॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী ১৯৭১ চন ॥

॥ বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ॥





॥ ছপা : শ্ৰীৰাধানাথ সাঁতৰা ● সাৰদা প্ৰিণ্টিং ৱৰ্কছ ● ঘোষ লেন ● কলিকতা-৬ ॥

॥ মূল্য : তিনি টকা পঞ্চাশ পইচা মাথোন ॥


নবৌ

তুমি কোৱামতেই তোমাৰ কাহিনীটো লিখিলোঁ। কাহিনী এটা সজাওঁতে যোগ-বিয়োগ হবই। কাহিনী তোমাৰ কাৰণে কিতাপখনো তোমাৰ হাততেই দিলোঁ।

যদি চাঞ্চল্যকৰ কথা এটা কোনো এগৰাকী উচ্চশিক্ষিতা কেঁচা গাভৰুক কেন্দ্ৰ কৰি ঘটে, তেতিয়া হয়তো কোনো ব্যক্তি-বিশেষৰ সলজ মনটোৱেও গোপনে নিলাজৰ ৰূপ লৈ বেৰৰ কাষত কাণ পাতে, অথবা জোলোঙাত চকু থয়। মনে মনে প্ৰতিজনে একোজন বিশেষ গুপ্তচৰ হৈ পৰে। বিচাৰ কৰে। তেওঁৰ সকলো প্ৰয়োজনীয় কৰ্ম্মৰ মাজতো সেই ঘটনাটোৱেই প্ৰাধান্য বিস্তাৰ কৰে। অনুমান কৰি আমোদ পায়। প্ৰকাশ্যে ঘৃণাত কিন্তু নাক কোচায়। সেই ঘৃণাৰ মাজত নিজৰ পঙ্কিল জীৱন গৌণতাই গ্ৰাস কৰে আৰু আলোচ্য বিষয়টোকে প্ৰাধান্য দি নানা মন্তব্য দিয়ে। এনে সময়তে নাটকীয়ভাবে শীৰ্ষবিন্দুৰ দৰে কিছু প্ৰগতিশীল ডেকাৰ বুদ্ধিদীপ্ত কৌশল আৱিষ্কৃত হয়। তেতিয়াই পৰিস্থিতি জটিলৰ পৰাজ টিলতৰ হৈ আহে। আৰু অৱশেষত চৰম অৱস্থাত উপনীত হৈ পৰাৰ লগে লগে জীৱনৰ দৈনন্দিন কৰ্ম্ম-বহুলতাও হেৰাই যায়। আনকি কোনোৱে ইয়াৰ বাবে জীৱনৰ মুমূৰ্ষু অৱস্থাকো আওকাণ কৰে।

এয়াই মানৱ ধৰ্ম্ম।

এই ধৰ্ম্মত উগ্ৰ যৌনতাই আক্ৰমণ কৰাৰ ভয়ত নানা নীতি-নিয়মৰ আৱিষ্কাৰ হৈছে। এই মুখ্য ৰিপু নাশ কৰাৰ শক্তি কাৰ আছে, তাক মই উল্লেখ কৰিব খোজা নাই। পিচে মই এই উপন্যাসত যি কাহিনীৰ মূল চৰিত্ৰাঙ্কন কৰিবলৈ ইচ্ছা কৰিছোঁ, সেয়া হ'ল তদ্ৰুপ সমাজৰ এটা অদৃশ্য কোণক উপলক্ষ্য কৰিহে। ইয়াত যৌৱনৰ জীয়াজুইৰ উত্তাপত যৌৱন-আবেলি পৰত ডাঠ হব ধৰা কামনাৰ উত্তালতাৰ পৰা সাংসাৰিক বিধিৰ কলঙ্কিত এটা কাহিনী দাঙি ধৰিবলৈ প্ৰয়াস কৰিছোঁ।

এইখন সমাজত এই উপন্যাসখনৰ চৰিত্ৰবোৰে বাটে-ঘাটে পিয়া-পি দি আছে। তেওঁলোকৰ উপস্থিতিৰ কাৰণেই এইখন লিখাৰ অনুপ্ৰেৰণা। যদি কোনো ব্যক্তিবিশেষৰ লগত হুবহু মিলি যোৱা যেন অনুমানো হয়, সেয়া মোৰ সেই গৰাকী শ্ৰদ্ধেয় ব্যক্তি-বিশেষৰ ওপৰত পৰা নজৰ নহয়। নজৰ কেৱল মোৰ অশান্ত কল্পনাতহে। সেই দোষ ক্ষমনীয়।

কিতাপখন সুন্দৰকৈ ছপাই-বন্ধাই পাঠকৰ হাতত পৰিবেশন কৰাৰ বাবে গুৱাহাটী বুক ষ্টলৰ স্বত্বাধিকাৰী বন্ধুবৰ বংশীধৰ শৰ্ম্মালৈ কৃতজ্ঞতা থাকিল। লগতে কিতাপখন সজাই-পৰাই দিয়াৰ বাবে শিল্পীবন্ধু ত্ৰৈলোক্য দত্তলৈ শলাগ।

কামাখ্যা সভাপণ্ডিত

॥ এক ॥

"নেযাওঁ, নেযাওঁ, মই অকলে কেতিয়াও নেযাওঁ। যদি যোৱাৰ কথা ইমানেই ভাবিছে তেন্তে ববিক লৈ আপুনিয়ে যাওকগৈ।"

নমিতাই প্ৰায় চিঞৰি চিঞৰিয়ে শেষত কথাকিটা কলে।

নমিতাৰ মুখৰ অভিব্যক্তি নীতেনে উপলব্ধি কৰিব পাৰিছিল। তথাপি নমিতাক সৈমান কৰাবলৈ সি আকৌ এপাট নতুন অস্ত্ৰ প্ৰয়োগ কৰিলে: "চোৱাঁ নমি, তুমি কথাবোৰ অকণো দকৈ চিন্তা কৰা নাই। ওপৰে ওপৰে ভাবি যি পাইছা তাকেই কৈছা। ...শুনা, অঙ্কুৰক লৈ অকলে যাবলৈ তুমি অকণো অসুবিধা নোপোৱা। যদি বাছত যাবলৈ বেয়া পোৱা তেন্তে মই টেক্সিৰো ব্যৱস্থা কৰি দিম।"

তাৰ পিচত মুহূৰ্ত্তমান বৈ আকৌ কলে—"মই জানিছোঁ, ইমানদূৰ বাট তুমি আগেপিচে কেতিয়াও অকলে যোৱা নাই; সেইবাবেই ইমান আপত্তি! কিন্তু মোৰ পৰিস্থিতিটো তুমি এবাৰ বুজি চাবলৈ চেষ্টা কৰাচোন! নতুনকৈ এটা ব্যৱসায়ত হাত দিছোঁ, বিয়াখন বুলিয়ে তিনি চাৰি দিন—"

কিন্তু নীতেনৰ কথা শেষ নহ'ল; নমিতাই ওপৰতে কৈ উঠিল: "থৈ দিয়ক আপোনাৰ বাজে কথা! সেইবোৰ কথাই মোৰ মন নুজুৰায় জানে! মোক লগত লৈ বিয়ালৈ যোৱাত আপোনাৰ আচল অসুবিধা ক'ত—মই নুবুজাকৈ আছোঁ নেকি? বাৰু, মোক

এটা কথাৰ উত্তৰ দিয়কচোন, এইখন বিয়া যদি আমাৰ ঘৰত নহৈ আপোনালোকৰ ঘৰৰ কাৰোবাৰ হ'লহেঁতেন তেন্তে কি কৰিলেহেঁতেন? পাৰিলেহেঁতেন নে এনেকৈ পুলুকা মৰাৰ চেষ্টা কৰিব?"

স্বাভাৱিকতে এনে এটা প্ৰশ্নৰ সন্মুখীন হোৱাৰ আশঙ্কা নীতেনে বহু আগতেই কৰিছিল আৰু তাৰ বাবে সি কিছু পৰিমাণে সাজু হৈও আছিল। গতিকেই বিশেষ ইতস্ততঃ নকৰাকৈ সি কলে—"তুমি যিয়েই নেভাবা নমি, মোৰ মানত দুয়োটা সমস্যাই সমান হ'লহেঁতেন। কিন্তু এতিয়া সেইবোৰ তৰ্কলৈ গৈ একো লাভ নাই; আচল কথালৈহে আহিব লাগে। কি কৈছিলোঁ মই? মাৰ্চৰ দুই তাৰিখে বিয়া; গতিকে তাৰ দুদিন আগতে তুমি অঙ্কুৰক লৈ—"

"কেতিয়াও নহব," নমিতাই কণ্ঠত আগতকৈও বেছি দৃঢ়তা লৈ কলে—"ককাইদেউৰ বিয়ালৈ মোৰো নিশ্চয় যোৱা নহব। আপুনি ভাবিছে নেকি অঙ্কুৰৰ সতে মোক পঠিয়াই দিলেই সকলো সমস্যা সমাধান হব বুলি? আপোনাৰ সন্মান ৰক্ষা পৰিব বুলি?"

নীতেনে এইবাৰ একো নকলে। নমিতাৰ কথাৰ ধাৰত সি যেন কিছু অতিষ্ঠ হৈ উঠিল।

"আপুনি বোধহয় ভাবিছে, মই বিয়ালৈ গলে দেউতা-মা-ককাই-দেউহঁতে বৰ আনন্দ পাব। বিয়াৰ হলস্থূলৰ মাজত তেওঁলোকে সেইবোৰ কথা সুধিবলৈ বৰকৈ সুবিধা নেপাব। ববিৰ কথাও হয়তো একো নুলিয়াব। কিন্তু আপুনি পাহৰি নেযাব—আপুনি মা-দেউতাৰ ডাঙৰ জোঁৱায়েক—অন্ততঃ সেই ফালৰ পৰাই আপোনাৰ অনুপস্থিতিটো দেউতাহঁতৰ কাৰণে বেছি বেদনাদায়ক হৈ উঠিব। ফলত, ঘৰখনত সৃষ্টি হব অশান্তি। সেই অশান্তি, দেউতাহঁতৰ মুখৰ গৰিহণা—সেই সকলোবোৰ নাৰৱে, নিৰ্বিবাদে সহ্য কৰিব লাগিব কোনে? ময়েই নহয়নে?"

"আহ! তুমি বহুত কথা ভাবিছা নমি? সিমানবোৰ কথা এতিয়াই ভবাৰ প্ৰয়োজন কি?"



"প্ৰয়োজন নাই?" নমিতাই এইবাৰ তীক্ষ্ণভাৱেই নীতেনলৈ চালে—"তেতিয়া হলে আপোনাৰ ইমানটো ভয় কিহৰ? বুজিছোঁ, মই সব বুজিছোঁ। মোক মা-দেউতাহঁতৰ বিদ্ৰুপ-লাঞ্ছনাৰ বলি হবলৈ এৰি দি আপুনি সেই দিনকেইটা নিশ্চিন্তে উপভোগ কৰাৰ পাং পাতিছে। কিন্তু আপুনিয়ে কওকচোন, ববি আৰু আপোনাক কেন্দ্ৰ কৰি ওলোৱা ইমানবোৰ সঁচা-মিছা বাতৰি দেউতাহঁতৰ কাণত পৰাৰ পিচত মই কোনখন মুখ লৈ সেইখন ঘৰত উপস্থিত হমগৈ?"

কৈ কৈ শেষৰ পিনে নমিতাৰ মাত থোকাথুকি হৈ আহিল। তাইৰ মুখখন করুণ আৰু চকুযুৰি চলচলীয়া হ'ল। যেনে দুৰ্দ্দম শোকাবেগ চম্ভালিব নোৱাৰি খন্তেক পিচতে তাই হুকহুক কৰে কান্দি পেলাব।

তাইৰ অৱস্থাটো নীতেনে এবাৰ ভালকৈ চাই ললে। তাৰ পিচত মাতটো পাৰ্য্যমানে কোমল কৰি লৈ তাইক বুজোৱাৰ চেষ্টা কৰিলে: "চোৱাঁ নমি, তুমি মোৰ বিবাহিতা পত্নী। প্ৰকৃত পত্নীয়ে স্বামীৰ অসন্মান কেতিয়াও কামনা নকৰে। লোকৰ মুখত স্বামীৰ নিন্দা কোনো পত্নীয়ে সহ্য কৰা সম্ভৱ নহয়। পাৰিলে সেই নিন্দুকজনক বা স্বামীৰ নামত মিছা অপযশ জাপি দিয়াজনৰ মুখত চুণা চাই সোপা দিয়াটোৱে প্ৰকৃত নাৰীৰ ধৰ্ম্ম।......মই জানো নমি, তোমাৰ মা-দেউতাৰাৰ চকুত মই তুচ্ছ হোৱাটো তুমি কেতিয়াও সহ্য কৰিব নোৱাৰা।"

কথাকিটা কৈ নীতেনে এনেভাবে নমিতাৰ মুখলৈ চাই ৰ'ল যেন এই মুহূৰ্ত্তত নমিতাৰ অনুগ্ৰহ তাৰ খুব প্ৰয়োজন। নমিতাৰ মুখৰ এষাৰ সুচিন্তিত আশ্বাস-বাণীৰ ওপৰতে তাৰ যেন এটা বেলেগ ভবিষ্যত নিৰ্ভৰ কৰিছে।

নীতেনে আশা কৰিছিল—নমিতা এইবাৰ তাৰ প্ৰতি যথেষ্ট সহানুভূতিশীল হব, সংবেদনশীল হব। যিহেতু নমিতা তাৰ স্ত্ৰী। পৰিস্থিতিৰ চক্ৰান্তত দুয়ো দুয়োৰো পৰা সাময়িকভাৱে বিচ্ছিন্ন হৈ

পৰিলেও সিহঁতৰ প্ৰকৃত সম্পৰ্ক একেদৰেই আছে। একেদৰেই থাকিব।

কিন্তু নহ'ল; নীতেনে যি আশা কৰিছিল তাৰ এক বিন্দুও পূৰণ নহ'ল। হ'ল তাৰ ওলোটাটোহে। তাৰ কথাই নমিতাৰ ভিতৰত উমি উমি জ্বলি থকা জুইকুৰা যেন দপকৈ জ্বলাই দিলে। তাইৰ মুখখন হঠাতে কঠিন হৈ উঠিল। তীক্ষ্ণভাৱে নীতেনলৈ চাই সুধিলে—"কি কলে আপুনি? মোৰ মা-দেউতাৰ চকুত আপুনি তুচ্ছ হোৱাটো মই সহ্য কৰিব নোৱাৰিম? কিয়? মই কিয় সহ্য কৰিব নোৱাৰিম? তাৰ মানে আপুনি ভাবিছে নেকি, আপোনাৰ হৈ মই মা-দেউতাৰ আগত ওকালতি কৰিলেই তেওঁলোকে আপোনাক পুনৰ বুকুত সুমুৱাই লব? কেলেই, পৰহি দেউতাই দিয়া চিঠিখনৰ কথা পাহৰিলে নেকি? সেই চিঠিত দেউতাই বৰি আৰু আপোনাৰ প্ৰতি যি ভাব প্ৰকাশ কৰিছে, তাৰ পৰাই জানো তেওঁলোকৰ মনৰ ভাব বুজা নাই আপুনি?"

"বুজিছোঁ নমি, আৰু সেই কাৰণেহে তোমাক কৈছোঁ—তুমি বিয়ালৈ যোৱাঁ। তুমি গলেই সকলো ঠিক হৈ যাব।"

"অৰ্থাৎ মই গৈ দেউতাহঁতক কমগৈ যে আপোনালোকে শুনা সকলো কথা মিছা। আমাৰ শ্ৰী সহিব নোৱাৰি কোনোবা শত্ৰুৱে এইবোৰ কথা আপোনালোকক লগাইছেহি। নহয় জানো? কিন্তু তাৰ আগতে আপুনি এটা কথাৰ উত্তৰ দিয়কচোন, আপোনাৰ এই অপযশবোৰ অস্বীকাৰ কৰিবলৈ আপুনি যি উপদেশ বা উদগনি দিছে, তাৰ বাবে এনে দুঃসাহস আপুনি পালে ক'ত? তাৰ মানে আপুনি মোকো আকৌ নতুনকৈ প্ৰবঞ্চনা কৰিব খুজিছে? ইমান দিনে কৰি অহা প্ৰবঞ্চনাৰে আপুনি ক্ষান্ত হব পৰা নাই?"

নীতেনে এইবাৰহে বুজিলে—এই সময়ত এইবোৰ কথা উলিয়াই লৈ সি ভাল কাম নকৰিলে। উমি উমি জ্বলি থকা জুইত শুকান পাতহে জাপি দিয়া হ'ল।



"মই বুজিলোঁ নমি, মই তোমাক কিহত প্ৰবঞ্চনা কৰিলোঁ? এজন সামৰ্থ্যবান স্বামীৰ পৰা এজনী ছোৱালীয়ে যিখিনি পাব লাগে, মই তোমাক সকলোখিনি দিছোঁ। তুমি যেতিয়াই যি বিচাৰিছা, য'লৈকে যাব খুজিছা, ত'লৈকে গৈছা, তাকেই পাইছা। তোমাক মই কিহত বঞ্চিত কৰিছোঁ, কিহত ফাকি দিছোঁ কোৱাঁ?"

"নাই দিয়া ফাকি মোক? বঞ্চিত নাই কৰা? তেনেহলে নিজৰ ভনী হৈ ববিয়ে আজি মোক কিয় বায়েকৰ দৰে চাব নোৱৰা হৈছে? কিয় মোক কথাই কথাই আঘাত দিবলৈ লৈছে? কি সাহসত তাই মোৰ চকুৰ আগতে আপোনাক পুতলা নচুৱাদি নচুৱাইছে? তাইৰ সেই অবাঞ্ছনীয় আচৰণৰ বাবে আপুনিয়ে একমাত্ৰ দায়ী নহয়নে?"

কিন্তু নমিতাৰ সেই প্ৰশ্নৰ উত্তৰ নীতেনে দিবলৈ নেপালে। সেই সময়তে মা-মাকৈ চিঞৰি পাঁচ বছৰীয়া অঙ্কুৰ সোমাই আহিল। কেইমাহমানৰ আগতে ওচৰৰে মণ্টেছৰী স্কুলখনত নাম লগাই দিয়া অঙ্কুৰৰ উপস্থিতিয়ে নাটকীয় পৰিস্থিতিটোৰ ৰূপ সলাই দিলে।

বোধহয় কিবা এটা তপত খবৰ দিবলৈকে উধাতু খাই আহিছিল সি। কিন্তু সন্মুখত মাক আৰু বাপেকক একেলগে দেখি আচৰিত হৈ গ'ল। আচৰিত হব লগা কথাও, আজি কিমান দিনৰ মূৰত সি মাক-বাপেক দুয়োকো একেলগে দেখিছে!

মাক-বাপেকক একেলগে দেখিয়ে বোধহয় অঙ্কুৰে কবলৈ অহা কথাটো থিতাতে পাহৰি গ'ল। তাৰ পৰিবৰ্ত্তে সি বাপেকৰ মুখলৈ চাই সুধিলে "দেতা, মাৰ সতে তুমি কি কথা পাতিছিলা? অ' আজি ৰাতিপুৱা যে মোক কৈছিলা—ববি মাহীৰ তালৈ যাম বুলি—তাৰ কথাকে পাতিছিলা নহয়?"

মাক বা বাপেক কাৰোপৰা একো মাত নেপাই অঙ্কুৰ অবাক হৈ গ'ল। সি ভেবা লাগি কিছু সময় দুয়োলৈকে চাই থাকিল। তাৰ পিচত উৎসাহ হেৰাই যোৱা মাতটোৰে নীতেনলৈ চাই সুধিলে—

"কি হ'ল দেতা, তোমালোকে দেখোন মনে মনে থাকিলা? মা, তুমিও মনে মনে আছা কিয়? কি হ'ল মা?"

এইবাৰ আৰু মনে মনে থকা সম্ভৱ নহ'ল। পাঁচ বছৰীয়া পুতেকৰ বিস্ময়-বিমূঢ় মুখখনলৈ চাই গভীৰ স্নেহমিহলি মাতেৰে নীতেনে কলে—"ৰবি মাহীৰ তালৈ আজি নেযাওঁ অঙ্কু। আহোঁতে ৰাতি হব নহয়! আন এদিন যাম দেই! এতিয়া তুমি স্কুলৰ পৰা আহি পাইছা; মুখ-হাত ধুই কিবা এটা খোৱাগৈ যোৱাঁ।"

এইবুলি লাহেকৈ নীতেন কোঠাৰ পৰা ওলাই গ'ল। তাৰ উত্তৰে অঙ্কুৰক হতাশ কৰিছিল যদিও সি আৰু একো কবলৈ সুবিধা নেপালে। এফালে যাবলৈ বুলি নীতেন ওলাই আছিল। গতিকে বাহিৰৰ পৰা সি আৰু ভিতৰ নোসোমাল।

ইতিমধ্যে নমিতায়ো পাৰ্শ্যমানে স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিবলৈ চেষ্টা কৰিছিল। নীতেন ওলাই যোৱাৰ পিচত তাই অঙ্কুৰৰ আলপৈচান ধৰি মনৰ প্ৰতিকূলতা দূৰ কৰাৰ চেষ্টা কৰিলে।



॥ দুই ॥

কিন্তু যিমান সহজে মনৰ প্ৰতিকূলতা দূৰ হব বুলি ভাবিছিল নমিতাই, সিমান সহজে নহ'ল; বৰং কথাবোৰ অকলে অকলে আকৌ ভাবিবলৈ লোৱা কাৰণে তাইৰ মনটো বেছিকৈহে ভাৰাক্ৰান্ত হৈ পৰিল।

আজিৰ পৰিস্থিতিটোৱে তাইৰ মনৰ জগতখন বেছি ডাৱৰাচ্ছন্ন কৰি তুলিলে। ভালকৈ নপকি গেথেলা মাৰি থকা খহু এটা নখেৰে চিকুটি ভাঙি দিলে যেনেকৈ এটা নতুন বিষ অনুভৱ কৰা যায়, তাইৰো যেন সেয়ে হৈছে।

কিন্তু এনেকুৱা হ'ল কিয়? কিয় তাই সকলো পায়ো আজি একো নোপোৱাৰ দৰে হাঁহাকাৰ কৰিবলগীয়া হৈছে? নীতেনে কোৱাৰ দৰে সঁচাকৈয়ে জানো তাই সকলো পোৱা নাই? প্ৰচুৰ টকা-পইচা, অপৰ্য্যাপ্ত কাপোৰ-কানি, হাতঘড়ী, ৰেডিঅ', ধুনীয়া ঘৰ-দুৱাৰ, পুত্ৰ-সন্তান, বন-কৰা ল'ৰা—কোনটো বস্তু পোৱা নাই?

তেন্তে মনৰ এই অশান্তিৰ, এই অন্তহীন মনোদ্বন্দ্বৰ, অসন্তুষ্টিৰ গুৰি ক'ত? তাইক আৰু কি লাগে? কি বিচাৰে তাইৰ অতৃপ্ত, সন্ত্ৰস্ত মনটোৱে?

অঙ্কুৰক পিন্ধাই-উৰাই কেশৱে এফালে ফুৰাবলৈ লৈ গৈছিল। সিহঁত ওলাই যোৱাৰ পিচত ঘৰখন আকৌ নিস্তব্ধ হৈ পৰিল।

আনন্দিনা হোৱা হলে আবেলিৰ এই নিঃসঙ্গতাখিনি সজীৱ কৰি তুলিবলৈ তাই হয়তো ৰেকৰ্ড-প্লেয়াৰটো লগাই দিলেহেঁতেন। বিভিন্ন গীতৰ বিভিন্ন সুৰৰ মোহনীয়তাই সমগ্ৰ মন আৰু চিত্ত আচ্ছন্ন কৰিলেহেঁতেন। কিন্তু আজি সেইবোৰলৈ তাইৰ মন নগ'ল। ৰেকৰ্ড-প্লেয়াৰ থকা কোঠাটোলৈ যাবলৈকে তাইৰ ইচ্ছা নহ'ল।

শোৱনি-কোঠাৰ ডাঙৰ পালেংখনত এখন নতুন বেডক'ভাৰ পৰা আছিল। আজি দুবছৰমানৰ আগলৈকে নীতেন আৰু তাই তাতে শুইছিল। সৰু পালেংখন আছিল ৰবিৰ ৰুমত। তাই যোৱাৰ পিচত নীতেনে সেইখন এইটো কোঠালৈ আনি ললে। কাৰণ অঙ্কুৰ এতিয়া ডাঙৰ হৈছে। তিনিওটা একেলগে শুবলৈ বেয়া লাগে।

এতিয়া ডাঙৰ পালেংখনত অঙ্কুৰ আৰু নমিতাহে শোৱে।

পালেংখনত বহিছিলহে মাত্ৰ, এনেতে তাইৰ আকৌ মনত পৰি গ'ল দেউতাকৰ চিঠিখনলৈ। পৰহিৰ ডাকত পোৱা দেউতাকৰ চিঠিখন পঢ়াৰ পৰাই তাইৰ মনটো বেছি বেয়া হৈ গ'ল।

বেৰৰ একাষে ট্ৰাঙ্কৰ ওপৰত থকা চামৰাৰ সৰু ছুটকেছটো খুলি নমিতাই চিঠিখন উলিয়াই আনিলে। আকৌ বহিল পালেংখনতে।

পৰম কল্যাণীয়া নমি,

আজি প্ৰায় ছমাহমানেই হ'লহি তোমালোক কাৰোপৰা এখনো চিঠি-পত্ৰ পোৱা নাই। ইয়াৰ কাৰণ কি আমি একো বুজিব পৰা নাই। মাৰাৰ চিন্তা দিনে দিনে বাঢ়ি গৈছে। মোৰো বয়স বেছি হৈ আহিছে। এই বয়সত এনে মনোকষ্ট পাব নেলাগিছিল। কিন্তু কি কৰিবা, জী-জোঁৱাই, পো-বোৱাৰীৰপৰা সুখ-শান্তি পাবলৈকো মানুহক ভাগ্য লাগে।

যি নহওক, বিয়াৰ দিন আগৰটোৱেই আছে—দুই মাৰ্চ। পিচে তোমালোক কোনদিনা আহিব পাৰা—অথবা আহিবানে নাহা—সেই বিষয়ে একো জানিব নোৱাৰি দোমোজাত পৰিছোঁ।



ৰবিৰ চিঠি পাইছোঁ। তাই বিয়ালৈ আহিব নোৱাৰে বুলি খাটাংভাবেই লিখিছে। পঢ়া-শুনা খুব বেছিকৈ কৰিব লগা হৈছে বোলে। আগত পৰীক্ষা এটাও আছে হেনো। অৱশ্যে তাই বেকত নকৰিলেও তাইৰ আচল মনোভাৱ আৰু বিয়ালৈ আহিব নোখোজাৰ প্ৰকৃত কাৰণ আমি কিছু বুজিব পাৰিছোঁ। গতিকে তাই নাহিলেও আমাৰ একো খেদ নাই। ককায়েৰাৰ মতে তাই ইয়ালৈ অহাতকৈ সেইফালে ক'ৰবাত গাড়ী-মটৰৰ আগত পৰি মৰি যোৱাই ভাল।

নীতেনলৈ—এৰা, তাক জোঁৱাই বুলি ভাবিবলৈকে লাজ লগা হৈছে। তাৰ সুকীৰ্ত্তিৰ কথা আমাৰ চুবুৰীৰ সকলোৰে মুখে মুখে। বোধহয় ইমানখিনিৰ পিচত বিয়ালৈ অহাৰ সাহস তাৰো নহব। তথাপি আমাৰ কৰ্ত্তব্য বুলি ভাবি লিখিছোঁ।

এটা খবৰ শুনিছোঁ, সঁচা নে মিছা জানো! নীতেনৰ বন্ধু এটাই সিদিনা মোক বাটতে লগ পাই কলে বোলে—'তেওঁ এতিয়া কিবা এটা বিজ্‌নেছত নামিছে।' হয় নেকি কথাটো?

অঙ্কুৰটোক ভালেমান দিন দেখা নাই। সি চাগৈ এতিয়া বৰ এটা হ'ল। মই তাৰ সৌঁৱৰণীখন চাই দেখিছোঁ—সি বৰ বুধিয়ক ল'ৰা হব। পঢ়া-শুনাতো চোকা হব। হওক, ঈশ্বৰে কৰক।

বিশেষ আৰু নিলিখোঁ। বিনীইঁতৰ পঢ়া-শুনা ভালদৰেই চলি আছে। যদি সুবিধা কৰিব পাৰা অঙ্কুৰক লৈ বিয়ালৈ তুমিয়ে আহিবা। শেষত স্নেহাশীৰ্ব্বাদ লবা। ইতি,

—দেউতাৰা।

অজ্ঞাতসাৰেই তাইৰ বুকুৰপৰা এটা হুমুনিয়াহ ওলাই আহিল। চিঠিখন আগৰ দৰে জাপি-কুচি লেফাফাত ভৰাই থলে। কিন্তু বহাৰ পৰা উঠিবলৈ তাইৰ মন নগল।

মানুহৰ মনৰ অৱস্থাই দেহৰ ওপৰতো প্ৰতিক্ৰিয়া কৰে। মনটো বেছি গধুৰ লগাৰ লগে লগে তাইৰ গাটোও সেয়ে গধুৰ গধুৰ লাগিল। অৱশ্যে গা গধুৰ লগাৰ অন্য কাৰণ এটাও আছে।

চিঠিখন হাতত লৈয়ে গাৰুত মূৰ দি লাহেকৈ পালেঙত ঢলি পৰিল নমিতা।

এৰা, কোনো নগলে তাইকেই বিয়ালৈ যাবলৈ কৈছে দেউতাকে। হয়তো অঙ্কুৰৰ কাৰণেই দেউতাকে সেইষাৰ কথা লিখিছে। কিন্তু তাই যাব পাৰিব জানো? কোনখন মুখ লৈ তাই সেইখন ঘৰত থিয় হবগৈ? মাকে বা দেউতাকে যেতিয়া সুধিব: "সি নাহিল কিয়?"

ককায়েকে যেতিয়া সুধিব: "সেই নাককাটীজনী তোৰ তালৈ আজিকালি যায়নে নেযায় অ'? তই থাকোঁতেনো সিমানবোৰ কাণ্ড কেনেকৈ ঘটিবলৈ পাইছে? তই চকু মুদি থাক নেকি?"

গোলাঘাটলৈ দিয়া বায়েকে যদি সোধে: "কচোন নমি, মাহঁতৰ মুখত শুনা কথাবোৰ সঁচা নেকি?" ওচৰ-চুবুৰীয়াই যেতিয়া সুধিব: "নমিতা, ববিৰ বিষয়ে দেখোন ঢেৰ কিবাকিবি শুনিবলৈ পাইছোঁ—সঁচানে সেইবোৰ? ইমান ভাল ছোৱালীজনী সেইখিনি পাই ইমান বেয়া হৈ গ'লনে? তইনো কি কৰিছ?"

সেইবোৰ স্বাভাৱিক অথচ ভয়াবহ প্ৰশ্নৰ যথাযোগ্য উত্তৰ দিয়াৰ সামৰ্থ্য তাইৰ আছে জানো?

হঠাৎ বাহিৰত কাৰোবাৰ মাত শুনি নমিতাৰ ভাবৰ গতিত বাধা পৰিল। মাতটো অৱশ্যে চিনাকি যেনেই লাগল তাইৰ। কিন্তু......

কেনো সঁহাৰি নিদি নমিতা পালেঙৰপৰা নামিল আৰু চিঠিখন ছুটকেছটোত পেলাই থৈ প্ৰকাণ্ড আইনাখনৰ আগত থিয় হ'ল। গাৰুত ঘঁহনা লাগি দুই-এডাল চুলি বেয়া হৈছিল। তাই ঠিক কৰি ললে। লগতে গাৰ কাপোৰখিনিও।



॥ তিনি ॥

অচিনাকি আলহীৰ দৰেই আগফালৰ বাৰাণ্ডাত থিয় হৈ আছিল অতনু। বোধহয় ভিতৰৰ পৰা কাৰো সঁহাৰি নেপাই সি উলটি যাবলৈকে প্ৰস্তুত হৈছিল; নহলেবা দ্বিতীয়বাৰ নমতাকৈয়ে কোনোবা ওলাই যায় নেকি চাইছিল।

ড্ৰইংৰুমৰ দুৱাৰৰ পৰ্দাখন সামান্য ফাঁক কৰি নমিতাই যি মুহূৰ্ত্তত বাৰাণ্ডালৈ ভুমুকিয়াই চাই অতনুৰ মুখখন দেখিলে, সেই মুহূৰ্ত্তত এজনী সৰু ছোৱালীৰ দৰে তাইৰ মুখৰ পৰা ওলাই আহিল: "বোলোঁ আজিনো আকৌ এইফালে কি মনত পৰিল? চোৰটো অহাদি আহি দেখোন আকৌ তাতে ঠৰঙা লাগি থাকিল?"

তাইৰ মধুৰ সম্ভাষণত অতনুৰ মুখখন জিলিকি উঠিল। কিন্তু তাইৰ দৰে কণ্ঠত কোনো আবেগ প্ৰকাশ নকৰি সি শান্তভাৱে কলে—"ভাবিছিলোঁ ঘৰত কোনো নায়ে নেকি? আকৌ দেখিলোঁ দৰ্জা-খিৰিকী সব খোলা। মই জানিছিলোঁ, কোনোবা আছে যদি নিশ্চয় ওলাই আহিব।"

নমিতাই তাক ড্ৰইংৰুমলৈ আনি বহুৱালে। ঘৰত আৰু কোনো নাই নেকি বুলি অতনুৱে সোধাত নমিতাই যথাযথ উত্তৰ দি গ'ল। এইবাৰ প্ৰশ্ন কৰাৰ পাল পৰিল নমিতাৰ।

"আজি ইমানদিন ক'লৈ গৈছিল আপুনি শইকীয়া? প্ৰায় তুমাহমানেই অহা নাই হবলা।" অতনুৰপৰা কিছু নিলগত দুৱাৰৰ পৰ্দাত হাত এখন দি থিয় হৈ ৰ'ল নমিতা।

গহীন মুখখনত নামমাত্ৰ হাঁহিৰ আভা লৈ অতনুৱে কলে—"হয় নেকি ? তুমিতো বেছ হিচাপ ৰাখিছা তেন্তে !"

অতনুৰ কথা কোৱাৰ ঢং নমিতাই জানে। কথাবোৰ সি প্ৰায়ে আওপকীয়াকৈ কয়। অকল কথা-বতৰাতে নহয়, মানুহটোৰ চাল-চলন, অঙ্গী-ভঙ্গীবোৰো অলপ অন্য ধৰণৰ। কেতিয়াবা বৰ গম্ভীৰ, কেতিয়াবা অলপ পাতল। এদিনীয়া মানুহে হয়তো আধা-বলিয়া বুলিয়ে ক'ব। কিন্তু আচলতে সি তেনেকুৱা নহয়। মানুহটো দুৰ্বোধ্য প্ৰকৃতিৰ।

অৱশ্যে সাধাৰণ পৰিচয়টোৰ বাহিৰে নমিতায়ো তাৰ বিষয়ে বহু কথা নেজানে। কেৱল জানে—তাৰ আচল ঘৰ নীতেনহঁতৰ সেইফালেই। নীতেনৰ লগত সেই সূত্ৰতে কিছু বন্ধুত্ব আছে। চাকৰি কৰে কেন্দ্ৰীয় চৰকাৰৰ এটা অফিচত। দৰমহাও ভাল।

প্ৰথমদিনা নীতেনেই এইখন ঘৰলৈ অতনুক লৈ আহি তাইৰ সতে পৰিচয় কৰাই দিছিল। কিয় জানো, পৰিচয়ৰ সেই পাতনিৰে পৰাই মানুহটোক তাইৰ ভাল লাগি আহিছে। কি যেন এটা আচৰিত আকৰ্ষণ আছে মানুহটোৰ মুখখনত, কথা-বতৰাত, ব্যক্তিত্বত।

অতনুৰ কথাৰ উত্তৰত নমিতাই কি ক'ব ভাবিছিলহে, এনেতে অতনুৱে নীৰৱতা ভাঙি হঠাতে প্ৰশ্ন কৰিলে: "পিচে এটা কথা নহয়, বিয়ালৈ যোৱাটো কি কৰিছাহঁক ?"

তুমি-তামাকৈ মাতিলেও অতনুৱে আজিলৈকে তাইক নাম কাঢ়ি মতা নাই। আন সম্বোধন ধৰিও নেমাতে।

তাই অলপ থতমত খোৱাৰ দৰে সুধিলে—"কাৰ বিয়ালৈ ?"

"কিয় তোমালোকৰ ককায়েৰাৰ ! গম পোৱা নাই নেকি ?"

"গম কিয় নাপাম আকৌ ! দেউতাই লিখিছে নহয় !"

কিন্তু মুখেৰে তেনেকৈ কলেও ভিতৰি ভিতৰি তাই অলপ অপ্ৰস্তুত হ'ল: সেইটো কথা তেওঁক আকৌ কেলেই ? আৰু তেওঁ জানিলেই বা ক'ত ককায়েকৰ বিয়া পাতিছে বুলি ?



হঠাৎ দেউতাকৰ চিঠিৰ কথাষাৰলৈ মনত পৰি গ'ল তাইৰ। তেন্তে সেই বন্ধুজন এওঁেই নেকি ? নমিতাই সুধিয়ে পেলালে: "বাক শইকীয়া, আপুনি কেইদিনমানৰ আগতে আমাৰ সেইফালে গৈছিল নেকি ?"

"গৈছিলোঁ। অফিচৰ কামত শিৱসাগৰলৈ গৈছিলোঁ। নাজিৰালৈও যাবলগীয়া হৈছিল। তাতে এখন দোকানত দেউতাৰাৰ সৈতে হঠাতে চিনাকি হ'ল। নীতেনৰ বন্ধু বুলি জানি তেখেতে ঘৰলৈ মাতিছিল; কিন্তু সময়ৰ অভাৱত যাব নোৱাৰিলোঁ। বাটতে কথা-বতৰা হলোঁ। বিয়াৰ কথা অৱশ্যে তেখেতে একো উলিওৱা নাছিল। ঘূৰি অহাৰ পিচত নীতেনৰ মুখৰ পৰাহে গম পাইছোঁ।" এইবুলি কেইছেকেণ্ডমান ৰৈ আকৌ সেই একেটা কথাকে সুধিলে অতনুৱে—"পিচে যোৱাটো কি কৰিছা তোমালোকে ?"

প্ৰশ্নটোৰ পৰা যাতে এৰাই যাব পাৰি, সেই অভিপ্ৰায়েৰেই নমিতাই হঠাতে কলে—"এ ৰাম ! আপুনি অহা ইমান সময় হ'ল; মই কেৱল কথাতহে লাগি আছোঁ। ৰব দেই শইকীয়া, মই অলপ ভিতৰৰ পৰা—"

কিন্তু তাইৰ চতুৰালি বুজিবলৈ অতনুৰ সময় নেলাগিল। সি বাধা দি কলে—"বাৰু হব, হব, আলহীক শুশ্ৰূষা কৰিবলৈ ঢেৰ সময় আছে। আগতে কথা-বাৰ্ত্তা পাতি লোৱাচোন। ম বহিছোঁ আজি কিছু সময়।"

তাই ৰৈ গ'ল। বুদ্ধিটো কামত খটুৱাব নোৱাৰি তাই বৰ লাজ পালে। অতনুৱে আৰম্ভ কৰিলে: "মোৰ বোধেৰে তোমালোক বিয়ালৈ যোৱাটো উচিত হব। অন্ততঃ বৃদ্ধ দেউতাৰা আৰু মাৰাই বৰ সন্তোষ পাব।" কৈ কৈ সি এটা চিগাৰেট জ্বলাই ললে।

হঠাতে কথা এটা মনত খেলোৱাত তাই সুধিলে—"বাৰু, আমি যে বিয়ালৈ নোযোৱাটো কৰিছোঁ আপুনি জানিলে কেনেকৈ ?"

অতনুৱে হাঁহিলে। তাৰ হাঁহিটোও ৰহস্যজনক। সি কলে—“মোক নীতেনে কৈছিল।”

“তেখেতে কৈছিল? কেতিয়া?”

“ববিতাহঁতৰ হোষ্টেলত।”

“ববিহঁতৰ হোষ্টেলত! তাৰ মানে আপুনি……”

“এৰা, মই কালি গৈছিলোঁ সেইপিনে। নীতেন মোতকৈ আগতেই গৈ ভিজিটিং ৰুমত বহি আছিল।”

নমিতাই কিবা এটা সুধিব খুজিও ৰৈ গ’ল। যেন কথাটো তাই বিশ্বাস কৰিবলৈ টান পাইছে। অতনুৱে আকৌ কলে—“কিবা এটা কামত মই কালি জালুকবাৰীলৈ গৈছিলোঁ। ভাবিলোঁ, ববিতাৰ খবৰ লৈ যাওঁ।”

নমিতা যেন সিমানতো প্ৰত্যয় যাব নোৱাৰিলে। যিটো মানুহে ববি ইয়াত থাকোঁতে এদিনো এষাৰ ভালকৈ কথা পতা তাই নেদেখিলে, সেইটো মানুহে হোষ্টেললৈ গৈ……

বেমেজালি লাগি যোৱা মনটোৰে নমিতাই কলে—“আমি এতিয়াও সেই বিষয়ে একো খাটাং কৰা নাই। অৱশ্যে তেখেত যাব নোৱাৰিলেও অঙ্কুৰক লৈ ময়ে যাম।”

“ভাল কথা,” অতনুৱে বৰ অন্তৰঙ্গতাৰে কোৱাদি কলে—“তুমি গলেও বহুত কাম হব। বাৰু মই উঠোঁ। নীতেন আহিলে কবা।”

“কিয় যাব, ৰ’ব। আপুনি এতিয়াই কৈছিল নহয়, আজি বেগেতে নুঠিছোঁ বুলি!…… বহক, মই চাহ আনোগৈ।” তাই সোমাই গ’ল।



॥ চাৰি ॥

“মই একো নুবুজিলোঁ ববি, আজি হঠাৎ কিয় সি তোমাৰ ইয়ালৈ আহিল! প্ৰথমে কলে তোমাৰ খবৰ লবলৈ অহা বুলি। কিন্তু তোমাৰ লগত কথাই নেপাতিলে বিশেষ। তুমি কিবা বুজিলানে বাৰু?”

অতনু যোৱাৰ পিচত নীতেনে আৰু ববিতাই অতনুৰ বিষয়েই কথা পাতিছিল। আচলতে অতনুৰ উপস্থিতি সিহঁতে ভাল পোৱা নাছিল।

তেতিয়া সময় দুপৰীয়া। ববিতাৰ ক্লাছ নথকা বাবে তায়ো ভিজিটিং ৰুমত বহি মুকলি মনেৰে ভিনিহীয়েকৰ সতে কথা পাতিব পাৰিছিল। নীতেনৰ কথাৰ উত্তৰত ববিতাই বিশেষ একো চিন্তা নকৰাকৈয়ে কলে—“ময়ো একো নুবুজিলোঁ; আৰু বুজিবৰ চেষ্টাও কৰা নাই। কাৰণ, মই ভবাত মানুহটো কিবা আধাপাগল। শিক্ষা থাকিলেও কিবা আন-কালচাৰ্ড যেন লাগে।”

“নহয় ববি,” নীতেনে কলে—“সেই কথাত মই তোমাৰ সতে একমত হব নোৱাৰিলোঁ; কাৰণ মানুহটো কথাই-বতৰাই অলপ আচহুৱা যেন লাগিলেও খুব বুদ্ধিমান। মই আচৰিত হৈছোঁ এটা কথাতহে; সি তোমাৰ খবৰ লবলৈ আহি তোমাৰ সতে বেছি কথাই নেপাতিলে। পাতিলে মোৰ লগতহে। তাকো সেইবোৰ কথা!”

“ময়ো সেই কাৰণেই আচৰিত হৈছোঁ ভিন্‌দেউ! আমাৰ বিয়ালৈ যোৱা হবনে নহয়, সেই বিষয়ে তেওঁৰ জনাৰ আৱশ্যক কি? মই সেই কাৰণেই তেওঁক আধাবলিয়া বুলি কওঁ।”

"হবও পাৰে," নীতেনেও শেষত তাইৰ কথাতে হয়ভৰ দিলে— "সুস্থ মগজুৰ মানুহে এনেকুৱা আকস্মিক কাণ্ড নকৰে। তাৰ মগজুৰ সুস্থতা সম্পর্কে মোৰো সন্দেহ জন্মিছে।" তাৰ পিচত প্রসঙ্গ ঘূৰাই সি সুধিলে—"বাৰু আমাৰ এতিয়া সেইবোৰ দৰকাৰ নাই; প্রগ্রেমটো কি কৰা তাকে কোৱাঁ।"

"মই দেখোন কৈছোঁৱেই আজি নহব বুলি! মন ভালে নেথাকিলে মানুহৰ কোনো আমোদ-প্রমোদৰ প্রতি আকর্ষণ নেথাকে। ককাইদেউৰ চিঠিখন পোৱাৰ পৰাই মোৰ মনটো খুব বেয়া লাগি আছে।"

"ককাইদেউৰ চিঠি? কেতিয়া পালা? মোকতো একো কোৱা নাই তুমি! চাওঁ আনাচোন কি লিখিছে চাওঁ।"

"নেলাগে ভিন্‌দেউ! সেইখন চিঠি মই আপোনাক দেখুৱাব নোৱাৰোঁ। মুঠৰ ওপৰত সি মোক বিয়ালৈ যাবলৈ মানা কৰিছে।"

"মানে?"

"মানে আৰু কি! ককাইদেৱে চিঠিত স্পষ্টকৈ লিখিছে—তই বিয়ালৈ আহিব নেলাগে। অনিমন্ত্রিত হৈ যদি আহ তেন্তে তোৰ মূৰটো মোৰ নামত উছর্গা কৰি আনিবি।"

নীতেন অবাক: "সঁচাকৈয়ে তেনেকুৱা কথা লিখিছেনে তেওঁ? কিন্তু তুমিও ওলোটাই লিখি নিদিয়া কিয় যে তোমাৰ মূৰটো তেওঁৰ নামত উছর্গা কৰি নিবলৈ ভগৱানে দিয়া নাই। এইটো মূৰৰ মূল্য বহুত। বর্ত্তমান এইটো মূৰে ভাৰতৰ এখন লব্ধপ্রতিষ্ঠ বিশ্ববিদ্যালয়ৰ পৰা এটা সন্মানীয় ডিগ্রী লাভ কৰিবলৈ দিনে-নিশাই শ্রম কৰি আছে।"

ববিতাই কলে—"আপুনি কথাটো বৰ পাতলকৈ লৈছে ভিন্‌দেউ! আপুনি হয়তো বুজা নাই, মোক লৈ আমাৰ ঘৰত কি এটা অশান্তিৰ সৃষ্টি হৈছে। উস্। মই সেইখন ঘৰলৈ কেনেকৈ ঘূৰি যাম ভিন্‌দেউ?" শব্দ কৰি নেকান্দিলেও কিবা এক গভীৰ শোকাবেগে যে তাইৰ



অন্তৰত খুন্দিয়াখুন্দি কৰিছিল সেই কথা নীতেনে ধৰিব পাৰিলে। স্বাভাৱিকতে সি অলপ বিব্রত হ'ল। কিন্তু মনৰ ভাব পার্য্যমানে গোপনে ৰাখি সি ববিতাক সাহস দিয়াৰ সুৰতে কলে—"বাদ দিয়া ববি, তুলুঙা ভাববোৰ মনত আশ্রয় দিয়া ভাল নহয়। দ্বিতীয়তে, তুমি বা মই এনে কোনো সাংঘাতিক ভুল বা অন্যায় কৰা নাই যিটো পৃথিবীত আজিলৈকে কোনেও কৰা নাই। মই কৈ থলোঁ ববি, আৰু ডেৰ বছৰৰ পিচত তুমি যেতিয়া এইখন শিক্ষানুষ্ঠানৰ পৰা এটা সন্মানীয় ডিগ্রী লৈ ওলাই যাবা, তেতিয়া তোমাক সকলোৱে আদৰি লব। এইবোৰ ঘটনাৰ কথা একেবাৰে তল পৰি যাব তেতিয়া।"

সম্পূর্ণ সুস্থতা বোধ নকৰিলেও কথাকিটাই যেন ববিতাক কিছু আশ্বস্ত কৰিলে। তাইৰ ভাব হ'ল—নীতেনে যেন কথাকিটা বহুত ভাবি-চিন্তি, বহুত দূৰলৈকে দৃষ্টি পেলাইহে কৈছে। তথাপি তাই কলে—"হলেও ভিন্‌দেউ, মোৰ কিন্তু পেটে পেটে বৰ ভয় লাগি আছে। মোৰ অনুভৱ হৈছে—মই যেন খুব অন্যায় কৰিছোঁ, খুব ভুল কৰিছোঁ। আৰু ইয়াৰ পৰিণতিও মই এদিন কান্দি কান্দিয়ে স্বীকাৰ কৰিব লাগিব।"

"ধেৎ পাগলী।" নীতেনে পৰিস্থিতিটো একেবাৰে পাতলাই দিবলৈ চেষ্টা কৰিলে—"তোমালোক ছোৱালীবোৰক মোৰ সেই কাৰণেই বুজিবলৈ বৰ টান লাগে। সাধাৰণ কথা একোটাকে ডাঙৰ কৰি লৈ তোমালোকে মগজ ঘোলা কৰা।" তাৰ পিচত কলে— "বাৰু, এই বেলাতো তোমাৰ ক্লাছ নায়েই; মিছাকৈ ইয়াত সোমাই থাকি একো লাভ নাই, ব'লা অলপ ঘূৰি-পকি আহিবা। মনটোও ভাল লাগিব তেতিয়া।"

কিন্তু ববিতা কোনোমতেই সন্মত নহ'ল। তাইৰ কেৱল এষাৰেই কথা—"আজি নেযাওঁ ভিন্‌দেউ! মাফ কৰিব।"

নীতেনে অৱশ্যে বহু আশা লৈয়ে আহিছিল। সি আঁচনি পাতিছিল—জালুকবাৰীৰ পৰা গুৱাহাটীলৈ আহি দুয়ো পোনতে এখন

ৰেষ্টুৰেণ্টত সোমাই ভাত বা তাৰ পৰিবৰ্তে কিবা এটা খাই লব। তাৰ পিচত মেটিনী-শ্ব' চাই আবেলি সেইখন ৰেষ্টুৰেণ্টলৈ যাব— য'ৰ মেনেজাৰজনৰ লগত তাৰ খুব ভাল। যিয়ে ববিতা আৰু তাক একেলগে দেখিলেই সিহঁতৰ উদ্দেশ্যৰ কথা বুজি পায়। সি একো নোকোৱাকৈয়ে ৰেষ্টুৰেণ্টৰ ওপৰ মহলাৰ একোণত থকা সেই সৰু ৰুমটোলৈ যাবলৈ ইঙ্গিত দিয়ে।

সেই ৰুমটো নীতেন আৰু ববিতাৰ কাৰণে যেন এখন সৰু সংসাৰহে। এহাল মতা-মাইকীয়ে স্বচ্ছন্দে আনন্দ-উপভোগৰ মাজেদি ঘণ্টাৰ পিচত ঘণ্টা কটাই দিব পৰাকৈ সকলো ধৰণৰ আধুনিক ব্যৱস্থা তাত আছে।

মেনেজাৰ অনা-অসমীয়া মানুহ। হিন্দী আৰু ইংৰাজীত বেছ সিদ্ধহস্ত। অসমীয়া বুজি পালেও ক'ব নোৱাৰে। কেবা সপ্তাহৰ মূৰত সিদিনা নীতেন অকলে যোৱা দেখি মেনেজাৰে হাঁহি সুধিছিল—"কি খবৰ বৰুৱা চাহাব! আজিকালি দেখোন এইফালে নহাই হ'ল?"

অৰ্থাৎ আপোনাৰ সেই বস্তুটো ক'ত? ববিতা?

নীতেনে হাঁহি মাৰি কৈছিল—"সময়েই নোপোৱা হৈছোঁ। আহিম বাৰু!"

কিন্তু ববিতাই আজি তাক বিমুখ কৰিলে। তথাপি সি বৰ ক্ষুব্ধ নহ'ল। কাৰণ সি জানে—আজি মন নগ'ল বুলি কাইলৈও যে তাইৰ মন নেযাব তাৰ কোনো মানে নাই। হয়তো কাইলৈ ববিতাই উপযাচিয়ে তাক লগ ধৰিব।

অৱশেষত ববিতাৰ পৰা বিদায় লৈ নীতেন গুচি আহিল। তাৰ তেতিয়া খুব ভোক লাগিছিল।



॥ পাঁচ ॥

নমিতাই বহুবাৰ মনতে কথাটো ভঙা-পতা কৰিলে।

এবাৰ ভাবিলে, নীতেনক সোধা উচিত হব জানো? যদি সি গেৰগেৰাই উঠে? যদি কৈ উঠে—"মই কলৈ যাওঁ, কি কৰোঁ, তোমাৰ ইমান অনুসন্ধান কৰি ফুৰাৰ দৰকাৰ কি?"

তাই কি কব তেতিয়া? কিন্তু মনে মনেই বা থাকিব কেনেকৈ তাই? যিটো তাই সমূলি ভাল পোৱা নাই, যিটো কৰা তাই অকণো পছন্দ নকৰে, যিটোৰ কাৰণে খৰচৰ মুখলৈ নেচাই ববিক ইয়াৰ পৰা আঁতৰাই পঠোৱা হৈছে, পুনৰ সেইটোকে ঘটিবলৈ দি তাই মনে মনে থাকিব কেনেকৈ?

সন্ধ্যা লাগি ভাগিল। নমিতাই পাকঘৰত পাতি লোৱা লক্ষ্মীৰ থাপনাৰ আগত চাকি-বন্তি, ধূপ-ধূনা দি সেৱা কৰিলে। তাৰ পিচত কেশৱক বন্ধা-বঢ়াৰ যোগাৰখিনি ঠিক কৰিবলৈ কৈ অঙ্কুৰক লৈ পঢ়া মেজৰ কাষত বহিলহি।

দিনটো লৰি-ঢাপৰি, নাচি-বাগি ফুৰা ল'ৰা; গতিকে সন্ধিয়া পঢ়া মেজৰ কাষত বহিলেই অঙ্কুৰক টোপনিয়ে হেঁচা মাৰি ধৰে।

আজিও সেয়ে হ'ল। দুই-এটা এ-বি-চি-ডি গোৱাৰ পিচতে ল'ৰাই বৰশী টোপাবলৈ ধৰিলে। উপায়ন্তৰ হৈ তাক কিবা এটা খাবলৈ দি নমিতাই শুৱাই থলেগৈ।

আঠ বজাৰ পিচত নীতেন ঘৰ সোমালহি। ইতিমধ্যে কেশৱৰ সহযোগিতাত তাইৰ বন্ধা-বঢ়া ভালেখিনি আগবাঢ়িছিল। তাই অৱশ্যে জানিছিল—আজি কাৰ পেটলৈ কিমান ভাত যায় ঠিক নাই। দুপৰীয়া সেই এখন খণ্ডযুদ্ধ হৈ গৈছে ; এতিয়াও যদি……

হাতত পর্টফলিঅ' বেগটো লৈ গম্ভীৰ মুখেৰে সোমাই অহা নীতেনলৈ নমিতাই এবাৰ চুৰকৈ চোৱাদি চালে। দেখিলে—তাই ভবাৰ দৰে নীতেনৰ মুখখন গোমা। চকু দুটা ৰুক্ষ। মানুহটোৰ লক্ষণ দেখিয়ে ভিতৰৰ অৱস্থাটো তাই অনুমান কৰিব পাৰিলে।

নীতেনৰ লগে লগে তায়ো শোৱনি কোঠালৈ সোমাই আহিল। অঙ্কুৰ ডাঙৰ পালেংখনত শুইছিল। ব্লু লাইটৰ পোহৰত আঠুৱাৰ বাহিৰৰ পৰা তাৰ নিদ্ৰাচ্ছন্ন মুখখন দেখা গৈছিল। নমিতা পালেংখনৰ ভৰি-পথানৰ ফালে থিয় হৈ ৰ'ল। সম্ভৱ তাইৰ উপস্থিতি নীতেনে গম ধৰিব পাৰিছিল। পিচে সি তাইক নেদেখাৰ ভাও জুৰি কাপোৰ সলোৱাত লগি গ'ল।

"শুনিছে, আজি অতনু শইকীয়া আহিছিল।"

"পিচে ?"

"তেওঁ হেনো অলপতে নাজিৰাৰ ফালে গৈছিল। দেউতাৰ লগত চিনাকি হ'ল হেনো এইবাৰ।"

"আৰু ?"

মনৰ প্ৰতিকূলতাৰ মাজতো তাই অকণমান হাঁহিৰ খোৰাক পালে। কিন্তু এইবাৰ সেইবোৰ কথা নহয়, পোনে পোনে তাই আচল কথাটো উলিয়ালে : "কালি বোলে আপুনি ববিৰ তালৈ গৈছিল ?"

"তোমাক কোনে দিলে ইন্‌ফৰমেচনটো ? অ' তেওঁ সত্ৰাজিতে।"

"হয়নে নহয় বাৰু কওকচোন ?"

অতনুৱে কলেহিয়েই দেখোন! আকৌ মোৰ মুখৰ পৰা শুনিলেহে হয়নে ?"



"কিন্তু……পৰহি নে চৌথাদিনাও তো আপুনি গৈছিল! আকৌ কিয় যাবলগীয়া হ'ল ?"

এইবাৰ নীতেনে তাইৰ মুখলৈ চালে। তাৰ মুখৰ অভিব্যক্তিয়ে এটা অশুভ ঘটনাৰ ইঙ্গিত দিলেও নমিতা তাৰ কাৰণে সাজু হৈ ৰ'ল। পিচে নীতেনে কলে—"তুমি কিছুমান অদৰকাৰী কথা মনত আশ্ৰয় দিয়া নমি! তুমি নেজানা জানো, মানুহৰ সকলো সময়তে সকলো কথা মনত নেথাকে বুলি ? এটা বিশেষ কথাৰ কাৰণে ববিৰ তালৈ যাবলগীয়া হৈছিল। কিন্তু যাবৰ সময়ত তোমাক কথাটো কৈ যাবলৈ পাহৰিলোঁ।"

"ঘূৰি আহিতো আপুনি মোক ঘৰতে পাইছিলহি! তেতিয়া ক'ব নোৱাৰিলেহেঁতেন জানো ?"

"তুমি কি সুধিব খুজিছা স্পষ্টকৈ সোধা নমি! অৱশ্যে তুমি নোসোধাকৈয়ো মই তোমাৰ প্ৰশ্নৰ কথা ক'ব পাৰিম। সহজ কথাত তুমি কৈফিয়ৎ বিচাৰিছা—মই এতিয়াও কিয় ববিৰ সান্নিধ্যৰ পৰা বিৰত থাকিব পৰা নাই—নহয় জানো ? কিন্তু তুমি বোধহয় পাহৰি গৈছা—মই ববিৰ লোকেল গাৰ্জেন। যি কোনো সময়তে মই তেওঁক লগ পাবলগীয়া হব পাৰে।"

"মানি ললোঁ আপোনাৰ অকাট্য যুক্তি। কিন্তু সেইকণ সুবিধা লৈয়ে আপুনি তাইক খেলাৰ পুতলাৰ দৰে ব্যৱহাৰ কৰি তিল্‌তিলকৈ সৰ্ব্বনাশৰ বুকুলৈ টানি লৈ যাব, সেইখিনি জনাৰ পিচতো মই বোবা হৈ থাকিব লাগিব নেকি ? আপোনাক আকৌ সোঁৱৰাই দিব লাগিব নেকি যে তাইৰ অন্ধকাৰ ভৱিষ্যত এটাৰ আশংকা কৰিয়ে তাইক ইয়াত নেৰাখি হোষ্টেলত ৰখাৰ ব্যৱস্থা কৰিছোঁ ? হে প্ৰভু! ইমানৰ পিচতো যদি মোৰ কথা এবাৰ ভাবি চাবলৈ মানুহজনক তুমি সুমতি দিলাহেঁতেন।"

শেষৰ ফালে থোকাথুকি হৈ অহা তাইৰ মাতটোৱে নীতেনক সামান্যভাৱে হলেও বিচলিত কৰিলে। কিন্তু সি একো কবলৈ

নেপালে ; একে বেদনাবিহ্বল, ক্ষুব্ধ আৰু শোকাৰ্ত্ত মাতেৰে তাই আকৌ কলে—"আপুনি মোক আৰু কিমান ফাকি দিব ? কিমান কষ্ট দিব আৰু মোক ? কিমান কন্দুৱাব ?"

"আস্! তুমি আকৌ এইবোৰ কি আৰম্ভ কৰিলা নমি ? পাহৰি গৈছা নেকি—এইখন ঘৰত তোমাৰ আৰু মোৰ বাহিৰেও আৰু এটা বাহিৰা প্ৰাণী আছে ? এইবোৰ কথা সি শুনিলে—"

"শুনক। সকলোৱে শুনক। সকলোৱে শুনাকৈয়ে মই ক'ম !"

"নমি ! তুমি পাগলী হৈছা নেকি ? বকিছা কি এইবোৰ ? উস্! ঘৰখনত সোমাইছোহিহে মাত্ৰ, হুলস্থুল আৰম্ভ হলেই ! মই তোমাক বিকুৱেষ্ট কৰিছোঁ নমি, মোৰ মগজটো আৰু গৰম নকৰিবা। তুমি পাহৰি নেয়াবা—মোৰ এতিয়া বহুত চিন্তা। এটা নতুন বিজনেছ—"

"বিজনেছ ! কেৱল বিজনেছ !! কি বিজনেছডাল কৰিছে আপুনি ? কোনো অনুষ্ঠান নাই, কৰ্ম্মচাৰী নাই, কেৱল ৰাতিপুৱাই বেগটো লৈ ওলাই যাব, দুপৰীয়া খাবলৈ আহিব, আকৌ ওলাই গৈ ৰাতি এপৰত ঘৰ সোমাবহি—এনেকৈ আপুনি কি বিজনেছ কৰিছে, ভগৱানেহে জানে।"

নীতেনে স্লিপিং ট্ৰাউজাৰটোৰ ওপৰত গৰম চোলা এটা পিন্ধি লৈছিল। কাৰণ এতিয়া ফাগুনৰ প্ৰায় মাজামাজি। এই বছৰ ঠাণ্ডাও তেনেকৈ নপৰিল। এতিয়া ঠাণ্ডা প্ৰায় নায়েই। গতিকে চোলাটোৰ ওপৰত সি আৰু একো নললে।

এইবাৰ সি নমিতাৰ অলপ ওচৰ চাপি আহিল। আৰু মুখত এটা অস্পষ্ট, জটিল হাঁহি লৈ কলে—"নোকোৱাৰ পৰানো তোমাৰ কি ক্ষতি হৈছে নমি ? তোমাৰ তো চলা-মেলাত কোনো কষ্ট হোৱা নাই ! ঘৰখনো সুন্দৰ মতে চলি গৈছে।"

নমিতাই কলে—"কিন্তু আপোনাৰ পত্নী হিচাপে আপোনাৰ উপাৰ্জ্জনৰ পথটো জনাৰ মোৰ অধিকাৰ নাই নেকি ?"



"আস্! তুমি বৰ দিগদাৰ কৰা নমি ! সেইটো কথা নজনাৰ পৰা তোমাৰ একো ক্ষতি হোৱা নাই বুলিয়ে মই ভাবোঁ। ঠিক আছে বাৰু, আন এদিন তোমাক ক'ম, আজিলৈ থক।" কৈ কৈ সি সৰু পালেংখনত বহিলগৈ।

"কিয় ? আজি কোৱাত অসুবিধা কি আপোনাৰ ?"

নীতেনে একো নকলে। সি যেন নিৰুপায়।

"বুজিছোঁ, মোৰ আগত আপুনি সঁচা কথা কবলৈ ভয় কৰে। কিন্তু মনত ৰাখিব, যি স্বামীয়ে নিজৰ পত্নীৰ ওচৰত আত্মগোপন কৰিবলৈ বিচাৰে, নিজৰ পত্নীক অন্তৰৰ পৰা বিশ্বাস কৰিব নোৱাৰে, সেই স্বামীৰ জীৱন-যাত্ৰা কেতিয়াও সুগম নহয়।"

হঠাৎ নীতেনৰ মনত এটা বুদ্ধি খেলাই গ'ল। নমিতাৰ প্ৰশ্নৰ পৰা হাত সৰাৰ উদ্দেশ্যেই সি অকস্মাতে সুধিলে—"অ' মই সুধিবলৈকে পাহৰিছোঁ নমি, অতনু আজি কিয় আহিছিল ?"

"আগতে মোৰ প্ৰশ্নৰ উত্তৰ দিয়ক।"

"কালি সিও ববিৰ তালৈ গৈছিল বুজিছা ! কি জানো আধাপাগলৰ নিচিনা সেইটো ! কি মতলবত থাকে ধৰিবই নোৱাৰি।"

"আপুনি তাৰ মানে মোৰ কথাৰ উত্তৰ নিদিয়ে ?"

হঠাৎ নীতেনে ঘড়ীলৈ চালে : "অ—ন বাজিবৰ হলেই দেখোন হেঁ! ভাত হৈছে নে নাই ? হৈছে যদি বঢ়াৰ কাৰবাৰ কৰাগৈ যোৱাঁ। মোৰ বৰ ভোক লাগিছে।"

নমিতাৰ খুব দুখ লাগিল। খঙো উঠিল। কলে—"ঠিক আছে, সেই বিষয়ে মই আৰু আপোনাক কোনো দিন একো নোসোধোঁ। আপোনাৰ যি খুচী তাকে কৰি থক।" এইবুলি এডাল মচোৱা সাপৰ ক্ষিপ্ৰতাৰে তাই সাউৎ কৰে তাৰ সন্মুখৰ পৰা আঁতৰি গ'ল।

তাই যোৱাৰ পিনে লক্ষ্য কৰি নীতেনে এটা আত্মতৃপ্তিৰ কুৎচিত হাঁহি মাৰিলে। ইমান পৰে সি যেন ভালদৰে উশাহ-নিশাহ লব পৰা নাছিল। নমিতা গুচি যোৱাত সি বৰ স্বস্তি বোধ কৰিলে।

॥ ছয় ॥

নীতেনৰ আচল ঘৰ ডিব্ৰুগড়ত। দেউতাক চন্দ্ৰবদন বৰুৱা আছিল স্থানীয় হাইস্কুল এখনৰ শিক্ষক। বৰ্ত্তমান অৱসৰপ্ৰাপ্ত। বৰুৱাৰ লৰা-ছোৱালী কেবাটাও। নীতেন প্ৰথম সন্তান।

উপযুক্ত বয়সত মেট্ৰিক পাছ কৰি নীতেন কলেজলৈ গৈছিল। এটা সন্মানীয় ডিগ্ৰী লৈ এদিন পঢ়া সমাপ্ত কৰিলে। ভগবান বোধহয় বৰ সুপ্ৰসন্ন আছিল নীতেনৰ প্ৰতি। সেয়ে অলপ চেষ্টাৰ মূৰতে সি এটা ভাল চাকৰি পালে। চাকৰিত জইন কৰিবলৈ সি গুৱাহাটীলৈ আহিবলগীয়া হ'ল।

কিছুদিন সম্বন্ধীয় মানুহ এঘৰত থাকিয়ে সি অফিচ কৰিছিল। তাৰ পিচত কিবা অসুবিধা পাই সেই মানুহ ঘৰ এৰি মেছ এটালৈ গ'ল। ইতিমধ্যে তাৰ চাকৰিও স্থায়ী হৈ গৈছিল। দৰমহাৰ টকাৰে নিজে চলিও ঘৰলৈ দুপইচা দিব পাৰিছিল।

তিনি বছৰমানৰ পিচতে সি বদলি হ'ল তেজপুৰলৈ। তাত তিনি বছৰ থকাৰ পিচত আকৌ বদলি কৰিলে ডিব্ৰুগড়লৈ। ঘৰৰ ভাত খাই চাকৰি কৰিবলৈ পাই তাৰ ভাল লাগিল। সি লক্ষ্য কৰিলে দেউতাকৰ চাকৰি-জীৱনৰ ম্যাদ উকলিবলৈ আৰু সৰহ দিন নাই। বয়সে তেওঁৰ স্বাস্থ্যও বহুত হৰিলে।

এদিন মাকৰ মুখত নীতেনে গম পালে—দেউতাকে বোৱাৰী এজনীৰ বাবে বৰ হেঁপাহ কৰিছে। কেবাটাও প্ৰস্তাৱ ইতিমধ্যে বিবেচনাধীন হৈ আছে। নীতেন গহীন হৈ থাকিল।



এদিন সি গম পালে—আন বহু ঠাইৰ কেবাটাও প্ৰস্তাৱ নাকচ কৰি দেউতাকে নাজিৰাৰ পৰা অহা প্ৰস্তাৱটোকে সকলো ফালৰপৰা গ্ৰহণযোগ্য বুলি বিবেচনা কৰিছে। মাক-দেউতাকৰ সদিচ্ছানুক্ৰমে সি নিজেও এদিন নাজিৰালৈ গ'ল। দেউতাকৰ নিৰ্ব্বাচন আৰু পছন্দক সি অন্তৰেৰে তাৰিফ কৰিলে। মেট্ৰিক পাছ কৰি মাত্ৰ কেইমাহমান জিৰাবলৈ পোৱা নমিতা সঁচাকৈয়ে এজনী লেখৰ ছোৱালী। প্ৰজাপতিৰ আশীৰ্ব্বাদ পালে নমিতাই যে তাৰ জীৱন ধন্য কৰি তুলিব, তাত কোনো সন্দেহ নাই।

গতিকে ফৰকাল ফাগুনৰ এটা ধুনীয়া দিনত মহাসমাৰোহেৰে শুভ-বিবাহ সুসম্পন্ন হৈ গ'ল।

সঁচা, নমিতা অকল ৰূপৱতীয়েই নহয়, ৰূপ অনুপাতে গুণো আছে যথেষ্ট। ৰন্ধা-বঢ়াৰ পৰা বোৱা-কটালৈকে কোনো কামকে তাইক শিকাবলগীয়া নহ'ল। ঘৰখন সজোৱা, শহুৰেক-শাহুৱেকৰ প্ৰতি সেৱা-শুশ্ৰূষা কৰা, আলহী-অতিথিক সোধ-পোছ কৰা, কোনো এটা কথাকে তাইক বুজাবলগীয়া নহ'ল। উপদেশ দিবলগীয়া নহ'ল।

বিবাহিত জীৱনৰ অনাবিল সুখ-স্বাচ্ছন্দ্যৰ মাজেদি অবিস্মৰণীয় দুটা বছৰ বাগৰি গ'ল। এদিন সিহঁতৰ মধুময় সংসাৰলৈ নামি আহিল অঙ্কুৰ। অঙ্কুৰৰ আগমনে সিহঁতৰ দাম্পত্য-জীৱনৰ মাধুৰ্য্য তথা মোহনীয়তাক বেছি মধুৰ কৰি তুলিলে।

অঙ্কুৰ ডাঙৰ হ'ল। কোলা এৰি সি চুচৰিবলৈ শিকিলে, অ'ত ত'ত ধৰি থিয়-দঙা দিবলৈ শিকিলে, খোজো কাঢ়িলে এদিন। এনে সময়তে আহিল সেই সংবাদটো—তাৰ বদলিৰ নতুন নিৰ্দেশ। এইবাৰ আকৌ গুৱাহাটী। গুৱাহাটীৰ নামত নীতেনৰ চকুৰ আগত অতীতৰ কিছুমান ছবি জিলিকি উঠিল। মনে মনে সি এটা উন্মাদনা অনুভৱ কৰিলে।

ঘৰ এৰি আহিবৰ সময়ত নমিতা আৰু মাক-দেউতাকাক সি কৈ আহিল ঃ সুবিধা হলেই অঙ্কুৰহঁতক সি লৈ যাব। অৱশ্যে এইবাৰ

সি বেলেগ এটা কথা কল্পনা কৰিছে। গুৱাহাটীলৈ গৈয়ে এডোখৰ মাটি কিনিব। তাৰ পিচত এটা ঘৰ।

তাৰ কল্পনা কাৰ্য্যত ৰূপায়িত কৰিবলৈ ভগৱানেও যেন সহায় কৰিলে। টকাৰ কাৰণে সি অকণো চিন্তা কৰিবলগীয়া নহ'ল। ইমানবোৰ টকা কেনি আহিল সি যেন তৰ্কিবই নোৱাৰিলে।

তৰ্কিব পাৰিলে তেতিয়া, যেতিয়া সিহঁতৰ অফিচত একে বছৰতে তিনিবাৰকৈ একাউন্টছ অডিট হ'ল। আৰু শেষৰ বাৰ অহা অডিটৰজনে তাৰ বিৰুদ্ধে চৰকাৰলৈ ভয়ানক মন্তব্যসহ এটা ৰিপৰ্ট পঠিয়ালে। যাৰ ফলত এদিন সি কাছাৰীতো হাজিৰ হবলগীয়া হ'ল। আৰু......

সেইবোৰ যি নহওক, ভেটা ভঙা পানীৰ দৰে তাৰ হাতলৈ অহা সেইবোৰ ধনেৰেই সি মনৰ কল্পনা বাস্তৱত ৰূপায়িত কৰিলে। নিজৰ নামত নগৰৰ প্ৰায় বুকুতে তাৰ দুকঠা মাটি-সম্পত্তি হ'ল। তাৰ পিচত হ'ল এটা ধুনীয়া ঘৰ। এদিন সেই ঘৰত ভৰি দিলেহি নমিতাই। নমিতাই অৱশ্যে গম পোৱা নাছিল—ইমান কম সময়ৰ ভিতৰতে ইমানখিনি কাম কৰিবলৈ অতবোৰ টকা সি পালে ক'ত ?

নীতেনেও অতি কৌশলেৰে সেই গোপনীয়তা তাইৰ পৰা গোপনে ৰাখিলে। গোপনে ৰাখিলে মাক-দেউতাক, শহুৰেক আৰু বন্ধু-বান্ধৱৰ পৰা।

দ্বিতীয়বাৰ গুৱাহাটীলৈ অহাৰ আগতে নীতেন শহুৰেকৰ ঘৰলৈ গৈছিল—সকলোকে মাত লগাবলৈ। নমিতাৰ তলৰ ববিতা তেতিয়া প্ৰাক-বিশ্ববিদ্যালয় শ্ৰেণীৰ ছাত্ৰী। তাইৰ তলৰ বিনীতা নবম মানৰ। বিকীৰণ বোধহয় বিনীতাতকৈ দুশ্ৰেণীমান তলত আছিল। নীতেনৰ ঠিক মনত নাই।

নমিতাহঁতৰ একমাত্ৰ ককায়েক সমীৰণক নীতেনে তেতিয়াই কৈ আহিছিল ঃ "ববিক যদি আপোনালোকে আপত্তি নকৰে তেন্তে পি-ইউ পাছ কৰাৰ পিচত মই তেওঁক গুৱাহাটীত পঢ়ুৱাবলৈ কওঁ। এইবোৰ সৰু কলেজ ; শিক্ষা-ব্যৱস্থা সিমান ভাল নহয়। তাত হলে বহুত সুবিধা হব। নমিৰো লগ হব এটা।"



নীতেন চতুৰ মানুহ। আগতে ববিতাৰ লগত সেই বিষয়ে আলোচনা কৰি তাইৰ মত-সাপেক্ষেহে সি সমীৰণৰ কাষ চাপিছিল। সমীৰণে অৱশ্যে লগে লগে একো মত নিদিলে। আহিবৰ সময়ত নমিতাকো সি সেই বিষয়ে কৈ আহিছিল। গুৱাহাটীলৈ আহিয়ে সি শুনিবলৈ পালে—ববিতাই সুখ্যাতিৰে পি-ইউ পাছ কৰিছে।

নীতেনে লগে লগে সমীৰণলৈ চিঠি লিখিলে। প্ৰশ্ন উঠিছিল—তাই আহি থাকিব ক'ত ? তাৰ ঘৰৰ কাম যে আৰম্ভই কৰা নাই ! নমিতাও অহা নাই ! নীতেনে জনালে—সেই বিষয়ে ভাবিবলগীয়া কিটো আছে ! হোষ্টেল আছে নহয় ! ভাল এটা ব্যৱস্থা নোহোৱালৈকে হোষ্টেলতে থাকিব পাৰিব।

ববিতা আহিল। নীতেনে ইতিপূৰ্ব্বেই হোষ্টেলত থকা-মেলাৰ সকলো ব্যৱস্থা কৰি থৈছিল। এড্মিচন লোৱাৰ পৰা কিতাপ-বহী কিনালৈকে সকলো খৰচ সিয়ে হাঁহিমুখে বহন কৰিলে।

॥ সাত ॥

মানুহৰ মনত যেতিয়া দুষ্ট লালসাই বাহ লয়, অন্যায়ৰূপে কিবা এটা বস্তু লাভ কৰাৰ দুৰ্ব্বাৰ বাসনাই মন আৰু চিত্ত চঞ্চল কৰি তোলে, তেতিয়া মানুহ কেতিয়াবা পশুলৈও ৰূপান্তৰিত হয়।

বাৰীৰ জেওৰা ভাঙি ফুৰা গৰুৱে যেনেকৈ জেওৰাৰ ভিতৰলৈ মূৰটো কেনেবাকৈ এবাৰ সৰকাব পাৰিলেই গাৰ সম্পূৰ্ণ শক্তি প্ৰয়োগ কৰি গোটেইখন জেওৰা মহতিয়াই লৈ যাব খোজে আৰু বাৰীৰ ভিতৰৰ লহপহীয়া শস্যৰ লোভত গিৰিহঁতৰ মাধমাৰৰ কথাও পাহৰি যায়, তেনেকৈ দুষ্ট লালসাত উন্মাদ হোৱা মানুহেও অন্যায়ৰূপে পাব খোজা বস্তুটো এবাৰ কিবাকৈ স্পৰ্শ কৰিবলৈ পালেই তাক সম্পূৰ্ণৰূপে হাতৰ মুঠিলৈ আনিব নোৱৰালৈকে ক্ষান্ত নহয়।

বিয়াৰ পিচত ডিব্ৰুগড়ত থকা দিনকেইটাত নীতেন কেইবাবাৰো শহুৰেকৰ ঘৰলৈ গৈছিল। কেতিয়াবা একেদিনাই ঘূৰি আহিম বুলি ঘৰত কৈ গৈ দুই-তিনিদিন থাকি আহে। খুলশালীয়েক ববিতা-বিনীতা আৰু বিকীৰণৰ সতে হাঁহি-ধেমালি কৰিয়েই থকা দিনকিটা কটাই দিয়ে।

কিন্তু সকলোৰে লগত হাঁহি-মাতি ধেমালি কৰি থাকিলেও নীতেনৰ প্ৰকৃত লক্ষ্য আছিল বেলেগতহে। তাৰ সেই সঘন আহ-যাহ আৰু শহুৰেকৰ ঘৰখনৰ প্ৰতি থকা আকৰ্ষণৰ প্ৰধান কেন্দ্ৰ



আছিল ববিতা। ববিতাৰ ৰূপত সি বৰ বেয়াকৈ আকৃষ্ট হৈছিল। এৰা, ববিতাৰ যিমান ৰূপ আছে, যিমান সৌন্দৰ্য্য আছে, সিমানখিনি নমিতাৰ গাত নাই। নমিতাও ধুনীয়া সঁচা কিন্তু তাইৰ দেহ-সৌন্দৰ্য্যৰ লগত ববিতাৰ দেহ-সৌন্দৰ্য্যৰ পাৰ্থক্য আছে।

ববিতাৰ দেহ-সৌন্দৰ্য্যৰ প্ৰতি ওপজা সেই মোহ, সেই দুৰ্নিবাৰ ৰূপতৃষ্ণাৰ চঞ্চল উন্মাদনা, ববিতাই নিজেও এদিন নীতেনৰ মাজত ধৰা পেলাইছিল। কিন্তু তাই হয়তো তেতিয়া জনা নাছিল, ধাৰণা কৰিব পৰা নাছিল—তাইৰ প্ৰতি ওপজা সেই অহেতুক মোহ আৰু উন্মাদনাই এদিন তাইৰ সৰ্ব্বনাশ ঘটুৱাব।

গুৱাহাটীলৈ আহি নীতেনে সকলোলৈকে চিঠি দিছিল। ববিতালৈও দিছিল। কিন্তু তাইৰ চিঠিত উচ্ছ্বাসভৰা কোনো কথা সি লিখা নাছিল। কাৰণ সি জানিছিল—চিঠিৰ একোষাৰ সামান্য কথায়ো কেতিয়াবা মানুহক বৰ বিপদত পেলাই দিয়ে।

হোষ্টেলত নীতেন ববিতাৰ লোকেল গাৰ্জেন হ'ল। সেই সুবিধাতে সি কেইটামান কাম কৰি ললে। তাৰ প্ৰতি থকা ববিতাৰ স্বাভাৱিক লাজ আৰু সংকোচ বহুখিনি পাতলাই ললে। আগতে ববিতাই তাৰ গাত কেনেবাকৈ নিজৰ গাটো অকণমান লাগিলেও জিকাৰ খাই উঠে। সি মৰমতে থুতৰিত ধৰিলে বা গালত লাহেকৈ চিকুট এটা মাৰিলেও নিলাজী বনৰ দৰে লাজতে জঁয় পৰি যায়।

হোষ্টেললৈ অহাৰ পিচত লাহে লাহে সেইবোৰ আঁতৰিল। কেতিয়াবা বন্ধৰ দিনত তাইক লৈ সি অ'লৈ ত'লৈ যায়। কেতিয়াবা চিনেমাৰ মেটিনী-শ্ব' চায়গৈ। নহলে নদীৰ পাৰৰ কোনোবা নিৰ্জ্জন ঠাইত বহি লৈ গোটেই আবেলিটো কটাই দিয়ে।

কেতিয়াবা বজাৰলৈ যায়। কাপোৰৰ দোকানত সোমাই সি ববিতাক কয়—'তোমাক কি লাগে চোৱাচোন। দামৰ কথা ভাবিব নেলাগে।'

ববিতাক সি এটা ধুনীয়া হাতঘড়ীও উপহাৰ দিলে। অৱশ্যে

তেনেকুৱা এটা ঘড়ী সি নমিতাকো দিছিল। নহলে যে তাই বেয়া পাব! আৰু টাউন-চহৰত থকা মানুহক ঘড়ী এটা লাগেও।

কিন্তু সিমানখিনি কৰিও সি যেন তেতিয়ালৈকে একোকে কৰিব পৰা নাছিল। ইমান যে লাজকুৰীয়া ছোৱালী! ৰিক্সাত যাওঁতে সি কেতিয়াবা হাত এখন তাইৰ পিঠিয়েদি নি বাউসীত থয়। তাই শিয়ৰি উঠে। সি যদি সেইবোৰলৈ লক্ষ্য নকৰি হাতখন বুকুৰ ফালে আগুৱাই নিয়ে তেতিয়া তাই উচ্‌পিচাবলৈ ধৰে। সিমানতো যদি সি হাতখন আঁতৰাই নানে বা তাইৰ পৰা কোনো সঁহাৰি নোপোৱা-কৈয়ে আৰু অলপ আগবঢ়াই দিয়ে, তেতিয়া তাই কৈ উঠে: 'মই এইবোৰ ভাল নেপাওঁ ভিন্‌দেউ!'

এদিন তাৰ সজাই থকা ঘৰটো চাবলৈ ববিতা আহিছিল। ৰিক্সা এখন লৈ হোষ্টেলৰ পৰা অকলেই আহিছিল তাই নিৰ্ম্মিয়মান ঘৰটোলৈ চাই চাই ইটো-সিটো কথা পাতি থাকোঁতেই গধূলি হ'ল। কাম কৰা মানুহবোৰ আৰু ঠিকাদাৰজনো গ'লগৈ। সন্ধিয়া হৈ অহা দেখি তায়ো যাবলৈ তৎ নাইকিয়া কৰিলে; কিন্তু সি বিদায় নিদিয়ে।

"ৰবাচোন, গৰম দিনত অকমান পলমকৈ গলেও তোমালোকৰ ছুপাৰ বাইদেৱে একো নকয়। কলে কিবা এটা ফাকি দিবা আৰু।"

তাৰ পিচত অৰ্দ্ধসমাপ্ত ঘৰটোৰ মুকলি বাৰাণ্ডাৰপৰা তাইক ধৰি নিয়াৰ দৰেই সি কোঠালী এটালৈ লৈ গৈছিল। টিনপাত লগোৱা শেষ নহলেও বেৰৰ কাম কিছু আগবাঢ়িছিল। দুৱাৰ-খিৰিকীত পাট লগোৱা হোৱা নাছিল যদিও তাত সোমাই থাকিলে বাহিৰৰ পৰা সতকাই দেখা নেপায়। পিচে ঘৰ সজোৱাৰ কামত ব্যৱহৃত বাঁহ-কাঠ, টিনৰ টুকুৰা, ছিগা তাঁৰ আদিৰে গোটেইখন জঘন্য হৈ আছিল।

তাইক কোঠা এটালৈ মাতি নি সি কথা নাই, বতৰা নাই, ঘপ্‌কৰে তাইক গৰা মাৰি ধৰিলে আৰু নিজৰ তৃষ্ণাৰ্ত্ত ওঁঠ দুটা তাইৰ



মুখৰ ওচৰলৈ চপাই নিলে। তেনে এটা আকস্মিক ঘটনাৰ আশঙ্কা তাই হয়তো কৰিয়ে আছিল। তাই অকণো প্ৰশ্ৰয় নিদি প্ৰায় উচাৎ মাৰি অহাৰ দৰে তাৰ কবলৰ পৰা ওলাই আহিল।

ইতিমধ্যে তাইৰ গাল-মুখ বাৰুকৈয়ে ৰঙা পৰিছিল। খঙতনে, ক্ষোভতনে, ঘৃণাত চকু দুটা জ্বলি উঠিছিল। ওঁঠ দুটা কঁপিছিল। তাৰ বাহু-পাশৰ পৰা মুক্ত হৈ বাৰাণ্ডালৈ ওলাই আহি তাই এষাৰ কথাই মাথোন উচ্চাৰণ কৰিছিল: "মই যাওঁ ভিন্‌দেউ! বাই-দেউহঁতক পাৰিলে সোনকালে লৈ অহাৰ ব্যৱস্থা কৰক।" কৈয়ে তাই সোঁ-সোঁকৈ খোজ লৈছিল।

কিন্তু সি সহজে পিচ হোঁহকা মানুহ নহয়। তাইৰ দৰে লাজতে মৰিব খোজা, গহীন-গম্ভীৰ ছোৱালীক কেনেকৈ কাবু কৰিব পাৰি সি ভালকৈ জানে। গতিকে সেইদিনাৰ ব্যৰ্থতাই তাক অকণো হতাশ বা ক্ষুণ্ণ নকৰিলে। বৰং তাৰ পিচৰ পৰা তাৰ মনত এটা হিংস্ৰ জেদহে সোমাল। সি ঠিক কৰিলে—তাইৰ এই ৰূপৰ অহংকাৰ, যৌৱনৰ এই গৰ্ব্ব সি খৰ্ব্ব কৰিহে এৰিব।

সি জানিছিল: ববিতাৰ দৰে অতি-নম্ৰ ছোৱালীবোৰ এনেকুৱাই। অন্তৰত কামনাৰ প্ৰচণ্ড জুই একুৰা জ্বলি থাকিলেও সিহঁতে উপযাচি কেতিয়াও ধৰা নিদিয়ে। চৰিত্ৰত কলঙ্ক পৰে বুলি, আপোনজনৰ ওচৰত নিজৰ মূল্য কমি যায় বুলি সিহঁতে কোনো পৰিস্থিতিতে স্বেচ্ছাই পুৰুষৰ ওচৰত আত্মসমৰ্পণ নকৰে। কিন্তু এবাৰ যদি কেনেবাকৈ আত্মসমৰ্পণ কৰিব পাৰে, পুৰুষৰ বুকুৰ উম আৰু যৌৱনৰ অমৃত-সাগৰত এবাৰ যদি কেনেবাকৈ স্নান কৰিবলৈ পায়, পিচলৈ আৰু চিন্তা নাই। এবাৰ মানুহৰ তেজৰ সোৱাদ পোৱা বাঘ আৰু সেই শাৰীৰ ছোৱালীৰ মাজত তেতিয়া পাৰ্থক্য নেথাকে।

নিজৰ জেদ পূৰণ কৰিবলৈ সি বেছিদিন বাট চাব নেলাগিল। অৱশ্যে অন্তৰৰ লালসা পূৰ্ণ হবলৈ তেতিয়াও বহুত বাকী।

ববিতাহঁতৰ কলেজৰ গৰম বন্ধ হবলৈ তেতিয়া দুদিন বাকী।

হোষ্টেলৰ বহুত ছোৱালীয়ে সিহঁতৰ ভায়েক-ভনীয়েকহঁতলৈ বজাৰ কৰিছে। নীতেনৰ লগত গৈ তায়ো বিনীতাহঁতৰ কাৰণে কিবাকিবি অলপ বজাৰ কৰি আহিছিলগৈ। হোষ্টেল ডিউজ, মাছুল আদিৰ লেঠা ইতিমধ্যে মৰা হৈছিল।

নিৰ্দ্ধাৰিত সময়ত সি হোষ্টেলত উপস্থিত হ'লগৈ। আগতে কৈ থোৱা কাৰণে ববিতা সাজি-কাছি সাজু হৈ আছিল। হোষ্টেলৰ পৰা ওলাই এখন ৰিক্সাত উঠি দুয়ো উজান বজাৰৰ মাজেদি নদীৰ পাৰ পালেগৈ। এডোখৰ ঠাইত ৰিক্সা বিদায় দি সিহঁত খোজ কাঢ়ি গ'ল।

তেতিয়া মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুত আগন্তুক বাৰিষাৰ প্ৰাৰম্ভিক প্ৰস্তুতি। সিহঁত যিখিনি ঠাইত বহিছিল, কেইদিনমানৰ আগলৈকে সেই ঠাইডোখৰ পানীৰ পৰা বহুত ওপৰত আছিল। কিন্তু সেইদিনা দেখিলে ঠাইডোখৰ পানীয়ে ছুবলৈ দুহাতমানহে বাকী।

ইটো-সিটো কথাৰ পৰা গৈ দুয়োৰো ভিতৰত সাহিত্যৰ কথা ওলাল। কোনে কাৰ কিতাপ কিমান পঢ়িছে, কোন ভাষাৰ কোনজন লেখকক কোনে বেছি ভাল পায় ইত্যাদি। প্ৰসঙ্গক্ৰমে অশ্লীল সাহিত্যৰ কথা ওলাল। সেই বিষয়ৰ আলোচনা অৱতাৰণা কৰি নীতেনে এখন জনপ্ৰিয় ইংৰাজী উপন্যাসৰ এটা যৌন-আবেদন-পূৰ্ণ কাহিনী বৰ্ণালে।

কাহিনীটো সি নিজ ভাষাৰে বৰ্ণাওঁতে ইংৰাজী সাহিত্যৰ সতে পৰিচয় থকা ববিতাৰ মুখখনে বাৰেপতি ৰং সলাইছিল। সেই বুলি কাহিনীৰ বৰ্ণনাত তাই যে খুব বেছি অস্বস্তি বোধ কৰিছিল; সিও নহয়; আচলতে কাহিনীটোৰ প্ৰতি তাই স্থিৰ মনোযোগিতাহে প্ৰদৰ্শন কৰিছিল।

কাহিনী যেতিয়া শেষ হ'ল তেতিয়া সি তাইৰ নিচেই কাষত। এখন হাত ববিতাৰ কান্ধৰ ওপৰত। আৰু দৃষ্টি? তাৰ দৃষ্টি আছিল ববিতাৰ সমগ্ৰ দেহ আৰু মুখমণ্ডললৈকে প্ৰসাৰিত।



হয়তো কাহিনীটোৰ কথাকে ভাবি ভাবি তাই খন্তেক অন্যমনস্ক হৈ পৰিছিল আৰু সিও বোধহয় সেইটো মুহূৰ্ত্তলৈকে ধৈৰ্য্যৰে অপেক্ষা কৰিছিল। তাইৰ সেই অন্যমনস্কতাৰ সুযোগতে সি অতি আলফুলকৈ তাইৰ কান্ধৰ ওপৰত থকা হাতখনেৰে তাইৰ মুখখন নিজৰ গাৰ ফালে চপাই আনিছিল। ববিতা তেতিয়া কিবা ভাবত বিভোৰ। সি অতি সন্তৰ্পণে নিজৰ উত্তপ্ত ওঁঠ দুটা তাইৰ গালত লগাই দিছিল। আচৰিত, ববিতাই তেতিয়াও একো গম পোৱা নাছিল।

লাহে লাহে সি তাইক নিজৰ গাৰ ফালে আৰু অকমান টানি লৈছিল আৰু বুকুৰ ভিতৰত সৃষ্টি হোৱা উদ্দাম এক আবেগেৰে নিজৰ অস্থিৰ ওঁঠ দুটা তাইৰ ওঁঠৰ ওপৰত……

হঠাৎ জানো কি হৈ গ'ল! এটা ভয়াবহ সপোন দেখি ঘোৰ টোপনিৰ পৰা খক্‌মক্‌কৈ সাৰ পোৱা মানুহৰ দৰে ববিতা জিকাৰ খাই উঠিল। কিন্তু তাই তেতিয়া তাৰ বাহু-বন্ধনত এনেভাৱে বন্দী যে একে উশাহতে মুখখন আঁতৰাই নিব নোৱাৰিলে।

অৱশেষত অৱশ্যে তাইৰেই পৰাজয় ঘটিল। তাইৰ ওঁঠ আৰু গালৰ ওপৰত উপৰ্য্যুপৰি কেবাটাও চুমা খাই দিয়া নীতেনক তাই একো কৰিব নোৱাৰিলে। নোৱাৰিলে এষাৰো টান কথা ক'ব।

কেই মুহূৰ্ত্তমানৰ পিচত তাই যেতিয়া তাৰ উন্মত্ত কবলৰ পৰা কিছু মুক্ত হ'ল তেতিয়া তাই মাত্ৰ এযাৰ কথাই কলে—"আশা কৰোঁ আপুনি যেন ইয়াতকৈ আৰু বেছি আশা নকৰে।"

"তাৰ মানে তুমি বেয়া পাইছা?"

"সেইটো এতিয়া কৈ একো লাভ নাই। মুঠতে ইয়াতকৈ যেন আৰু আগ নেবাঢ়ে।" কৈয়ে তাই বহাৰ পৰা উঠি দিছিল।

॥ আঠ ॥

ঘৰৰ কাম বেছ দ্ৰুতগতিৰেই চলিছিল। এদিন কাম সম্পূৰ্ণ হ'ল। ঘৰ ওলাল। আসাম টাইপৰ হলেও ডিজাইনটো ধুনীয়া হৈছে। তাতে বেৰবোৰতো চুণৰ সলনি এটা ভাল ৰং দিয়াইছে। বেৰৰ ৰঙৰ লগত মিলি যোৱাকৈ দুৱাৰ-খিৰিকীতো বেলেগ ৰং দিয়া হৈছে।

চাৰিফালে চাৰিখন পকী দেৱালো দিয়া হ'ল। সন্মুখত লোৰ ৰঙা গেট। সকলো সুবিধা হোৱাৰ পিচত নীতেনে ঘৰলৈ চিঠি দিলে। ববিতালৈ লিখিলে—সিহঁতৰ কলেজ খুলিবলৈ বেছি দিন নায়েই। অলপতে নমিতাহঁতক আনিবলৈ সি ডিব্ৰুগড়লৈ যাবই। বায়েকহঁতৰ লগতে তায়ো গুচি অহা ভাল। তাৰ বাবে এদিন বা দুদিন আগতে তাই ডিব্ৰুগড়লৈ গলেই হ'ল।

চিঠিৰ কথামতেই কাম হ'ল। চাৰি দিনৰ ছুটীত নীতেন ঘৰলৈ গ'ল। সি যাবৰ দিনাই ববিতাও গৈ পাইছিল। বায়েকৰ ঘৰত দুৰাতি থাকি তৃতীয় দিনা দলে-বলে সিহঁত গুৱাহাটী পালেহি।

ববিতাক যে আৰু হোষ্টেলত ৰখা নহব সেই কথা সি সকলোকে কৈ আহিছিল। নাজিবালৈও লিখিছিল। নীতেনৰ এই বন্দৱস্তত অইনে যিয়েই নেভাবক, নমিতাই হলে নাৰী-মনৰ স্বাভাৱিক ভাব-ধাৰাৰে চিন্তা কৰিছিল : কথাটো ঠিক হব জানো ?



মনৰ ভাব সম্পূৰ্ণ প্ৰকাশ নকৰি তাই কথাটো পাকে-প্ৰকাৰে নীতেনকো সুধিছিল। সি কৈছিল—"তুমি ভুল বুজিছা নমি ! ইয়াত থাকিলে ববিৰ পঢ়া-শুনাত কোনো ব্যাঘাত নজন্মে। অৱশ্যে সেই ক্ষেত্ৰত তোমাৰ ওপৰতো কিছু কথা নিৰ্ভৰ কৰে। আনপিনে খৰচৰ কথাটোতো আছেই। শুনিছোঁ আজিকালি গাৰ্লছ হোষ্টেলবোৰত আগৰ দৰে কোনো ৰেষ্ট্ৰিকচন নাই। কেতিয়াবা ৰাতি হোষ্টেলৰ পৰাই ছোৱালী নাইকিয়া হয়। পুলিচেহে বিচাৰি আনিব লাগে।"

ববিতাকো সকলো কথা সি বুজাই-শুনাই লৈছিল। গতিকে তাই একো আপত্তি নকৰিলে—প্ৰকাশ্যভাৱে।

ববিতা থকাটো থিৱাং হোৱাত সিহঁতৰ শোৱা-কোঠালীৰ কাষৰ কোঠালীটোকে তাইক এৰি দিয়া হ'ল। ববিতাই কোঠালীটো নিজৰ অভিৰুচিমতে সজাই ললে। নীতেনে তাইৰ ইচ্ছা অনুসৰি ৰেকৰ্ডপ্লেয়াৰ এটাও আনি দিলে।

নমিতাহঁত অহাৰ তৃতীয় ৰাতি আছিল সেই ৰাতিটো।

ববিতা আৰু সিহঁতৰ কোঠালীৰ মাজৰ দুৱাৰখন দুয়োফালৰ পৰাই খিলি লগাব পাৰি। প্ৰথম দুদিন ববিতাই খিলি লগাই শোৱা সি গম পাইছিল ; কিন্তু সেই নিশা খিলি নলগালে। হয়তো পাহৰি গ'ল, নতুবা প্ৰয়োজন বোধ নকৰিলে।

ৰাতি তেতিয়া ভালেমান। কোমল টোপনিৰ পৰা অকস্মাতে সাৰ পাই গৈছিল সি। সাৰ পায়ে চকু মেলি সন্তৰ্পণে নমিতালৈ চাইছিল। নীলা লাইটৰ মিঠা পোহৰত দেখিছিল—তাই টোপনিত লালকাল। সেয়া আছিল ভাগৰৰ টোপনি। কিয়নো আগৰ নিশাৰ দৰে সেই নিশাও বিছনাত পৰাৰ পিচতে নমিতাই তাক যৌন-মিলনৰ কাৰণে আকুল আহ্বান জনাইছিল। সিও সঁহাৰি দিছিল আনন্দ মনেৰে।

এটা মুহূৰ্ত্তত সিহঁতৰ দেহ-ক্ষুধা নিবৃত্ত হৈছিল। দুয়ো ক্লান্ত হৈ পৰিছিল। কিন্তু সি বুজি পাইছিল—নমিতা তাতকৈ বেছি ক্লান্ত আৰু অৱসন্ন। অঙ্কুৰৰ জন্মৰ পিচৰপৰাই নমিতাজনী কিছু যেন দুৰ্ব্বল হৈ গৈছিল। আগৰ উৎপাতবোৰ কমি গৈছিল তাইৰ।

নমিতা আৰু অঙ্কুৰক গভীৰ টোপনিত দেখি তাৰ খুব ভাল লাগি গৈছিল। সি সাৱধানে পালেঙৰ পৰা নামি হাতত-সাৱে ভৰিতসাৰে খালী ভৰিৰেই ববিতাৰ কোঠালৈ যোৱা দুৱাৰখনত হাত দিছিলগৈ।

নতুন দুৱাৰ কাৰণে বন্ধ কৰোতে টানকৈ লাগিছিল আৰু সেই বাবেই শব্দ নোহোৱাকৈ খোলোতে তাৰ অকণমান সময় লাগিছিল। এন্ধাৰ কোঠালীটোত সোমাই দুৱাৰখন আকৌ সি বন্ধ কৰি দিলে। ববিতাই লাইট অফ কৰি শোৱে বুলি সি কিন্তু নেভাবিছিল।

উমানতে খুপি খুপি সি ববিতাৰ বিছনাৰ কাষ চাপিল। বিছনাখন তাৰ হাতত লাগিল। এবাৰ সি ভাবিছিল—লাইটটো জ্বলাই দিব নেকি? নহলে এন্ধাৰে-মুন্ধাৰে খেপিয়াওঁতে যদি ভয় খাই তাই চিঞৰি দিয়ে? পিচ মুহূৰ্ত্ততে তাৰ মনত পৰিল বেড্ ছুইচটোলৈ। লগে লগে মূৰ-শিতানৰ ফালে সি হাত আগবঢ়ালে। ছুইচটো এবাৰত তাৰ হাতত লাগিল। সি টিপি দিলে।

এটা ক্ষীণ পোহৰ কোঠালীটোত বিয়পি পৰিল। সেই পোহৰৰ মাজেদিয়ে আঠুৱাৰ বাহিৰৰ পৰা সি ববিতাৰ তন্দ্ৰাচ্ছন্ন মুখখন চাই ললে। তাৰ পিচত সিন্ধি খনা চোৰৰ তৎপৰতাৰে লাহেকৈ পালেংখনৰ কাষত বহিল। ববিতা তেতিয়াও নিদ্ৰিতা।

লাহেকৈ আঠুৱাৰ ভিতৰলৈ মূৰটো সুমুৱাই সি হাত এখন তাইৰ বুকুৰ ওপৰত থলে। লগে লগে জিকাৰ এটা মাৰি সাৰ পাই গ'ল ববিতাই। চকু দুটা জোৰেৰে মেলি দিয়েই তাই যেন অতিপাত ভয় খাই গ'ল। সি কিন্তু সাৱধান হৈ আছিল। তাই কিবা কৰিবলৈ পোৱাৰ আগতেই সি খুব সৰুকৈ কলে—"নিচিঞৰিবা……।"



"আপুনি? এই ৰাতিখন আপুনি ইয়ালৈ কিয় আহিছে ভিন্‌দেউ? দুৱাৰ কেনেকৈ খুলিলে?" অভাৱনীয় বিস্ময় আৰু ভয়ত তাই যেন কঁপিছিল। সি কৈছিল—"দুৱাৰ খোলাই আছিল ববি! বোধহয় সেইটো তোমাৰেই ফেভাৰ।" কৈয়ে সি মুখ টিপি হাঁহিছিল।

সমাগত বিপদৰ প্ৰতি আশঙ্কিত হৈয়ে তাই কৈছিল—"যাওক ভিন্‌দেউ! বেগেতে ইয়াৰপৰা ওলাই যাওক। মই আপোনাৰ উদ্দেশ্য ভাল দেখা নাই।" কৈ উঠি তাই উঠিবলৈ চেষ্টা কৰিছিল; কিন্তু সি বাধা দিলেঃ "ইমান কিয় ভয় কৰিছা ববি? মই জানো তোমাক খাই পেলাম? মাত্ৰ অলপ সময়…। চাওঁ, অকমান সিফালে যোৱাচোন! ময়ো তোমাৰ লগতে—"

"নহব ভিন্‌দেউ, আপুনি মোক কি বুলি ভাবিছে?" ভয়-বিহ্বল কম্পিত মাতেৰে তাই কৈছিল—"যদি সন্মান ৰাখিব লাগে তেন্তে ভালে ভালে গুচি যক, নহলে মই বাইদেউক চিঞৰি দিম।"

"চিঞৰি দিবা? চিঞৰা কিমান চিঞৰা!" মুখত প্ৰচণ্ড যৌন-লালসাৰ অভিব্যক্তি লৈ সি কৈছিল—"কিন্তু তাৰপৰা কোনো লাভ নহব ববি! কাৰণ বাইদেৱেৰা যি কালনিদ্ৰাত পৰিছে, তুমি ইয়াত চিঞৰি টেটু ফালিলেও তেওঁ একো গম নেপায়। গম পাব একেবাৰে ৰাতিপুৱাহে।"

শুকাই যোৱা মাতেৰে তাই সুধিছিল—"মানে?"

"অতি সাধাৰণ কথা। আজিকালি টোপনি নিওৱাৰ বহুত ঔষধ ওলাইছে। বাইদেৱেৰাকো তেনে এটা ঔষধেই কালনিদ্ৰা আনি দিছে।"

তাই যেন পেপুৱা লাগিল ভয়তে। ডিঙি শুকাই কাঠ মাৰিলে। আগতকৈও নিস্তেজ মাতেৰে তাই কলে—"মই ভবা নাছিলোঁ আপুনি ইমানখিনিলৈ আগবাঢ়িব বুলি। এইবোৰ কাৰণেই মোক হোষ্টেলৰ পৰা লৈ আহিছিল নহয়?"

"শুনা ববি, এতিয়া বেছি কথা কৈ কোনো লাভ নাই। তুমি

যিমানেই বাধা নিদিয়া লাগে, মোৰ উদ্দেশ্য সিদ্ধি নহয় মানে মই ইয়াৰ পৰা নেযাওঁ।"

"কি ক'লে আপুনি ?" মনৰ সকলো ক্ষোভ আৰু বিতৃষ্ণা প্ৰকাশ কৰি তাই ক'লে—"আপুনি তেনেহলে মোৰ সৰ্ব্বনাশ কৰিহে এৰিব ? বেয়া লগা নাই আপোনাৰ নিজৰ খুলশালীয়েক এজনীৰ ওপৰত এনেকৈ পাশৱিক—"

"সাহিত্য বাদ দিয়া বৰি," খঙেৰে কথাষাৰ কৈ সি সেইবাৰ জোৰকৈ পালেঙত উঠি লৈছিল—"এতিয়া নাটকীয় সংলাপ আওঁৰাই কোনো লাভ নাই বুজিছা ! মোক সোনকালে সন্তুষ্ট কৰিব পাৰিলেই তোমাৰ মুক্তি।" কৈ কৈ সি তাইৰ গাৰ কাপোৰবোৰ আজুৰিবলৈ ধৰিলে।

তায়ো সহজে কাবু হোৱা ছোৱালী নহয়। সি পাশৱিক আচৰণ আৰম্ভ কৰাৰ লগে লগে তায়ো দেহৰ সকলো শক্তি প্ৰয়োগ কৰি তাৰ দুৰ্জয় কবলৰ পৰা নিজক ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। তাকে দেখি তাৰো বোধহয় জেদ বাঢ়ি গ'ল। আত্মৰক্ষাৰ বাবে তাই যিমানেই শক্তি প্ৰয়োগ কৰিবলৈ ধৰিলে, সিও সিমানেই উন্মত্ততা প্ৰকাশ কৰিলে। একোবাৰত সি তাইৰ গাৰ ওপৰত ভালকৈ উঠি লৈ তাইৰ ব্লাউজটো খুলি পেলালে। সিমানতো ক্ষান্ত নহৈ টানি-আজুৰি মেখেলা আৰু পেটিকোটটোও তাইৰ গাৰপৰা আঁতৰাই আনিলে। তাৰ পিচত যৌৱনে পাৰ ভাঙিব খোজা তাইৰ নিটোল, মঙহাল আৰু পবিত্ৰ দেহৰ বিভিন্ন লোভনীয় অংশত নিৰ্দয়ভাৱে নিষ্পেষণ আৰম্ভ কৰি আত্মতৃপ্তিৰ বিকৃত হাঁহি মাৰিলে।

এটা ক্ষুধাৰ্ত্ত, নিৰ্দ্দয় পশু-মানুহৰ দুৰ্জ্জয় কামাগ্নিত তিল্‌তিলকৈ নিজক বিলাই দিয়াৰ তিক্ত যন্ত্ৰণা আৰু অসহায় মুহূৰ্ত্তৰ চৰম অতৃপ্তিৰে তাৰ বিকৃত মুখলৈ চাই শেষবাৰৰ কাৰণে তাই কন্দা-কন্দা সুৰত কৈছিল—"আপুনি কিয় মোৰ এই সৰ্ব্বনাশ কৰিছে ভিন্‌দেউ ? আপোনাক ইমান নিষ্ঠুৰ বুলি মই কল্পনাও কৰা নাছিলোঁ। নিজৰ এজনী মানুহ থকা সত্বেও……। যাওক ভিন্‌দেউ, মই আপোনাৰ ভৰিত ধৰিছোঁ, মোক ৰক্ষা কৰক। মোক এৰি দিয়ক।"

কিন্তু সি জানো তেতিয়া মানুহৰ শাৰীত আছিল ?

ভালেখিনি সময় তাইৰ উলঙ্গ দেহৰ ওপৰত নিষ্ঠুৰ নিষ্পেষণ চলাই এটা মুহূৰ্ত্তত ক্লান্ত দেহ আৰু অৱসাদভৰা মনটো লৈ সি যেতিয়া বিছনাৰ পৰা নামি আহিছিল তেতিয়া তাই উচুপি উচুপি কেৱল কান্দিছিল। কোঠাৰ দুৱাৰখন আগৰ দৰে বন্ধ কৰি সি নিজৰ বিছনাত উঠাৰ আগতে নমিতাৰ মুখখন আকৌ এবাৰ চাই লৈছিল। তাই তেতিয়া নিঃসাৰ। সি যি কাটিৰে এৰি থৈ গৈছিল সেই কাটিৰেই শুই আছে।

হঠাৎ এটা কথা মনত পৰি তাৰ নিজৰে হাঁহি উঠিল। টোপনি যাবৰ বাবে নমিতাক সি কোনো ঔষধ দিয়া নাছিল। বৰিতাই কিন্তু তাকেই বিশ্বাস কৰিলে।

॥ ন ॥

“সঁচাকৈ কোৱাচোন ববি, তোমাৰ কি হৈছে? কালিৰ পৰা মনটো ইমান মাৰি আছা! ববিতাৰ লগত একে বাৰ্ষিকতে, একে বিষয়কে পঢ়া আৰু একেটা ৰুমতে থকা ৰূপাঞ্জলিয়ে সুধিলে।

সঁচাকৈয়ে কালিৰ পৰা ববিতাৰ মনটো বিষণ্ণ। মুখখন খুব গহীন আৰু চকু ছুটা সেমেকা। তাইৰ পৰিবৰ্ত্তনত অকল ৰূপাঞ্জলিয়েই নহয়, তাইৰ আৰু এজনী ৰুমমেট সাগৰিকাও আচৰিত নোহোৱাকৈ থকা নাই।

ভিন্ ভিন্ ঠাইৰপৰা আহি একেটা হোষ্টেলৰ একেটা ৰুমতে থাকিবলৈ লোৱা এই তিনিজনী ছোৱালীৰ পৰিচয় বেছিদিনীয়া নহলেও তিনিওৰে মাজত যি বন্ধুত্বই গঢ় লৈ উঠিছে, সেয়া অভাৱনীয় নহলেও সামান্য নহয়।

নীতেনৰ লগত ববিতাৰ সম্পৰ্ক কি ৰূপাঞ্জলিহঁতে জানে; নেজানে কেৱল সেই সম্পৰ্কৰ আঁৰত লুকাই থকা আন এটা কুৎচিত সম্বন্ধৰ কথাহে। ববিতায়ো খুব কৌশলেৰে, খুব সাৱধানতাৰে সেই গোপনীয়তা সিহঁতৰ পৰা লুকুৱাই ৰাখিছে। কিন্তু আজিৰ এই মানসিক অৱস্থাৰ লগত যি এক ভয়ঙ্কৰ ঘটনা লুকাই আছে, যি এক বীভৎস কাহিনী লুকাই আছে, তাক তাই সিহঁত ছুজনীৰ আগত প্ৰকাশ কৰে কেনেকৈ?



সেই দেখিয়েই তাই সামান্যকৈ হাঁহি কলে—“ক'তনো মোক মন মাৰি থকা দেখিলা? হাঁহি-মাতিয়ে আছোঁ দেখোন!”

“হয়, হয়, তোমাৰ এনে মলিন মুখশ্ৰী আগতে কোনো দিন দেখা মনত নপৰে। নিশ্চয় তোমাৰ কিবা এটা হৈছে; কিন্তু তাকে আমাৰ পৰা গোপন কৰিছা। কিন্তু ববি, আমি জানো তোমাৰ বন্ধু নহয়?”

ববিতাই একো নেমাতিলে।

নীতেনক বিদায় দি সেইদিনা তাই কলৈকো নোলাল। ছুপৰীয়াৰ পৰা সন্ধিয়ালৈকে বিছনাত পৰি থাকিল। তাইৰ মূৰত যেন ধুমুহাহে বলিছে। ককায়েকৰ চিঠিৰ প্ৰতিষাৰ কথাই তাইক তিল্-তিলকৈ দহন কৰিছে।

ৰাতি খাই-বৈ উঠাৰ পিচতো মনটো অকণো পাতল নহ'ল। বিছনাত পৰি তাই আকৌ আকাশ-পাতাল ভাবিবলৈ ধৰিলে। তাইৰ মনৰ অৱস্থা দেখি ৰূপাঞ্জলিহঁতেও বেছি কথা নেপাতিলে।

নাই, তাই একো ভুল কৰা নাছিল। নিজৰ বিবেকক অমান্য কৰি তাই স্বইচ্ছাই সেই পঙ্কিল পথত ভৰি দিয়া নাছিল। তাইৰ এই অধঃপতনৰ বাবে, নৈতিক স্খলনৰ বাবে, বিপথগামিতাৰ বাবে নীতেনেই একমাত্ৰ দায়ী। নীতেনেই তাইৰ জীৱনৰ গতিটো সলনি কৰি দিলে।

ববিতাৰ মনত পৰে নীতেনৰ চিঠিবোৰৰ কথা। সিহঁতৰ তাত থকা কলেজখন বেয়া বুলি তাইক গুৱাহাটীলৈ আনি পঢ়ুৱা সম্পৰ্কত ককায়েকৰ সতে হোৱা আলোচনাৰ কথা। তাৰ আধৰুৱা ঘৰটো চাবলৈ যাওঁতে অপ্ৰত্যাশিতভাৱে ঘটা সেই সৰু ঘটনাটোৰ কথা। সকলো কথা এফালৰ পৰা ৰোমন্থন কৰি অহাৰ পিচত তাইৰ স্মৃতি পটত অম্লান হৈ থকা সেই সৰ্ব্বনাশী ৰাতিটোৰ ঘটনা স্পষ্টকৈ জিলিকি উঠিল।

আজি অৱশ্যে সেই কলঙ্কিত ৰাতিৰ ঘটনাৰ সোঁৱৰণত তাই শিয়ৰি উঠিব নেলাগিল। স্মৃতিৰ পটত স্পষ্ট হৈ থাকিলেও সেই

ঘটনা বহুত পুৰণি হৈ গৈছে। তাৰ পিচত আৰু বহুতো বিচিত্ৰ ঘটনা ঘটিছে। তথাপি সেই ৰাতিটো যেন অবিস্মৰণীয়।

ৰবিতাই ভাবিছিল: অনাঘ্ৰাত কুমাৰী দেহৰ ওপৰত উৎকট নিষ্পেষণ চলাই নিজৰ গুপ্ত অভিলাষ পূৰ্ণ কৰি নীতেন তৃপ্ত হৈছে, ক্ষান্ত হৈছে; সি আৰু পুনৰ তাইক আমনি নকৰে। হয়তো সেই নিশাৰ সেই অপকৰ্ম্মৰ বাবে এতিয়া সি অনুতাপ কৰিব।

কিন্তু তাই ভুল বুজিছিল। অনুতাপত অন্তৰ্দগ্ধ হৈ সি যে তাইক ক্ষমা-প্ৰাৰ্থনা নকৰিলেই, আনকি তাইৰ শত কাকুতি-মিনতিলৈও সি কৰ্ণপাত নকৰিলে। প্ৰথম নিশাৰ দৰে আৰু এনিশা তাইৰ অসতৰ্কতাৰ সুবিধা লৈ সি তাইৰ দেহ-মাধুৰিমা উপভোগ কৰিলে। তাৰ পিচত আৰু এদিন। আৰু এদিন।

কেউদিন একেই কৌশলেৰে একেজন মানুহে তাইৰ অনিচ্ছুকতালৈ সমূলি ভ্ৰূক্ষেপ নকৰি নিজৰ জঘন্য পশু-কামনা চৰিতাৰ্থ কৰাৰ পিচত মনৰ সকলো ক্ষুব্ধতাৰে তাই ভাবিছিল—বায়েকৰ আগত সকলো কথা কৈ দিব। নমিতাক তাই জনাই দিব: নীতেনৰ স্বভাৱ-চৰিত্ৰ ভাল নহয়। তাৰ প্ৰতি তাই যেন অলপ লক্ষ্য ৰাখে।

ভাবিছিল সঁচা, কিন্তু বহুত চেষ্টা কৰিও কথাটো তাই বায়েকক ক'ব নোৱাৰিলে। যদি বায়েকে দুখ পায়? যদি ওলোটাই তাইকেই দোষাৰোপ কৰে? অথবা তাইৰ মুখৰ পৰা স্বামীৰ চৰিত্ৰৰ ভয়াৱহতাৰ কথা শুনি তাই যদি ভাগি পৰে বেয়াকৈ? যদি নীতেনৰ প্ৰতি আস্থা হেৰাই যায়?

তাই দুই নাও দুই ভৰিত পৰিল।

বৰ আচৰিত মানুহ নীতেনটো। তাইৰ মনৰ সেই ধুমুহাৰ কথা সি বোধহয় ধৰিব পাৰিছিল। সেয়ে তাই বায়েকৰ আগত ক'ম ক'ম বুলি আলচি থকা কথাখিনি সি খেলিমেলি লগাই দিলে।

তাইক একান্ত অকলশৰীয়াকৈ লগ ধৰি নীতেনে অকণো সঙ্কোচ



নকৰাকৈ কলে—"তুমি মোক বেয়া পাইছা বুলি মই বুজিছোঁ। কিন্তু মই কি কৰিম কোৱাঁ? তোমাৰ দেহৰ এইকুৰা ৰূপৰ জুই আগত লৈ মই কেনেকৈ বহি থাকিম?"

আৰু কৈছিল: "তুমি হয়তো ভাবিব পাৰা মই লম্পট, চৰিত্ৰহীন। নাৰীক ভোগৰ সামগ্ৰীৰূপে চোৱাৰ বাহিৰে আন দৃষ্টিৰে মই চাব নোৱাৰোঁ। এই কথা কিমানদূৰ সঁচা মই নেজানো; কিন্তু এটা কথা মই স্বীকাৰ কৰিম যে তোমাৰ বাহিৰে কোনো ছোৱালীৰ প্ৰতি মোৰ ইমান দুৰ্ব্বলতা, ইমান অনুৰাগ জন্মা নাছিল।"

অলপ ৰৈ আকৌ কৈছিল: "এটা কথা মই অকপটে স্বীকাৰ কৰোঁ ৰবি, তোমাৰ একান্ত অনিচ্ছাসত্বেও মই গোপনে যি কাম কৰিবলৈ লৈছোঁ, সি খুব গৰ্হিত। আমাৰ ধৰ্ম্মৰ ফালৰ পৰাও সি হয়তো পাপ হৈছে। কিন্তু তুমি ভাবা নেকি ৰবি, আমাৰ ধৰ্ম্মটো বৰ ভাল; আমাৰ সমাজ-ব্যৱস্থা বৰ ভাল? মই কবৰ হলে আমাৰ সমাজ-ব্যৱস্থা, আমাৰ ধৰ্ম্মীয় ৰীতি-নীতিবোৰৰ সংস্কাৰৰ প্ৰয়োজন হৈছে।"

আৰু কৈছিল: "তুমিতো বাহিৰা কিতাপ-পত্ৰ পঢ়িছা! পশ্চিমীয়া দেশবোৰৰ সমাজ-ব্যৱস্থা সম্পৰ্কে তুমি নিশ্চয় কিছু কিছু জানা। আমাৰ দেশত বিয়াৰ আগতে ছোৱালীয়ে কোনো পুৰুষৰ লগত যৌন-সম্পৰ্কত লিপ্ত হোৱাটো অবিধেয়—পাপ। পুৰুষৰ ক্ষেত্ৰতো একেই ব্যৱস্থা। কিন্তু সেইবোৰ সভ্য দেশলৈ মন কৰা। তাৰ ডেকা-গাভৰুৰ মাজত আমাৰ ইয়াৰ দৰে সমাজৰ কোনো বান্ধোন নাই। বিয়াৰ আগতে প্ৰতিজন ডেকাই মনে বিচৰা গাভৰুজনীৰ লগত যৌন-সুখ লাভ কৰিব পাৰে; ছোৱালীয়েও পাৰে তেওঁ ভাল পোৱা ডেকাজনৰ লগত স্বাধীনভাৱে যৌন-জীৱন যাপন কৰিব। মোৰ মতে সেইটোৱেই ভাল নিয়ম; কাৰণ—"

সি যুক্তি দিছিল: "যৌৱন ফুলৰ দৰে। এজোপা গছত এপাহ ফুল যেনেকৈ এবাৰহে ফুলে, তেনেকৈ মানুহৰ জীৱনলৈকো যৌৱন এবাৰেই আহে। সিও ক্ষণস্থায়ী। সেইবুলি মানুহৰ জীৱনটো

জানো ক্ষণস্থায়ী ?……বাৰু তোমাৰ বয়স এতিয়া কিমান? বিশ পূৰা নহলেও নিশ্চয় তাৰ ওচৰতে; অৰ্থাৎ তুমি এতিয়া ভৱ-গাভৰু। বি-এ পাছ কৰিব পাৰিলে এম-এ পঢ়িবাই! সেইপিনেও আৰু তিনি বছৰ ধৰা। হয়তো এবছৰ বেছিও লাগি যাব পাৰে—নহয় জানো? কিন্তু শিক্ষা-জীৱন শেষ হোৱাৰ লগে লগেই যে তোমাৰ বিয়া হব তাৰতো কোনো নিশ্চয়তা নাই।

"আমাৰ ছোৱালীক 'কুৰিত বুঢ়ী হোৱা' বুলি কোৱা কথাষাৰ জানা নহয়? কিয় কয় বাৰু? বিশ বছৰৰ পিচত ছোৱালীৰ যৌৱন লাহে লাহে ম্লান হৈ আহে। যদি সেয়ে হয়, তুমি যৌৱনৰ সোৱাদ ললা কেতিয়া? ভোকৰ ভাত মুঠি ভোক লাগোতেই যদি খোৱা নহয়, ফুল ফুলোতেই যদি তাৰ ৰেণু পান কৰিবলৈ অলি নাহিল তেন্তে পিচত আৰু পাব কিটো?"

তাই তন্ময় হৈ শুনি গৈছিল কথাবোৰ। নিজৰ ভাববোৰত আউল লাগি গৈছিল তাইৰ।



॥ দহ ॥

এদিনৰ আৰু এটা ঘটনা তাইৰ স্মৃতিপটত সজীৱ হৈ আছে।

বায়েক ছুব নোৱৰা হোৱা কাৰণে সেই চাৰিদিন তায়ে ৰন্ধা-বঢ়া কৰিবলগীয়া হৈছিল। আগে-পিচেও হয়। সেইদিনা বায়েকৰ ছুদিন।

গধূলি অঙ্কুৰক সোনকালে ছুটামান খুৱাই-বুৱাই বায়েকক গতাই দি তাই বাকীবোৰৰ বাবে ৰন্ধা-বঢ়াত লাগ গৈছিল। অফিচৰ পৰা আহি চাহ-জলপান খাই নীতেন কেনিবা এফালে ওলাই গৈছিল।

এবাৰ নমিতা পাকঘৰৰ ছুৱাৰ মুখলৈ আহি তাইক কলে— "অঙ্কুৰ শুলে। মোৰো বৰ টোপনি ধৰিছে; অলপ শুই লওঁগৈ, ভিন্‌দেৱেৰ আহিলে তই মোক জগাই দিবি দেই!" বায়েক আঁতৰি গৈছিল।

ৰন্ধাৰ বাবে সকলো জা-যোগাৰ কৰি লৈ ষ্টভ আৰু হীটাৰ ছুয়োটা একেলগে জ্বলাই দিছিল—যাতে পাকঘৰৰ পৰা সোনকালে আজৰি হৈ পঢ়ামেজত বহিবগৈ পাৰে।

হীটাৰৰ ওপৰৰ দাইলখিনি আধাসিজা হৈছিল। দাইলখিনি এবাৰ লৰাই দি ষ্টভটোৰ ওপৰত তাই ভাতৰ ডেগ্‌চিটো তুলি দিলে। চাউল ধুই থৈছিল যদিও ছুই-এটা ধান বৈ যোৱা বাবে চাউলৰ খৰাহীটো মেজৰ ওপৰত লৈ ধানকিটা বাছিবলৈ ধৰিছিল।

এনেতে জোতাৰ শব্দ তাইৰ কাণত পৰিল। বুজিবলৈ বাকী নেথাকিল যে ভিনিহীয়েক আহিছে।

"নমি! হেৰা! তুমি শুলা নেকি হে?" নিজৰ কোঠালৈ গৈ নীতেনে নমিতাক সোধা তাই শুনিছিল।

কিন্তু বায়েকৰ কোনো উত্তৰ তাইৰ কাণত নপৰিল। তাইৰ মনত পৰিল বায়েকৰ কথাষাৰলৈ। চাউলকিটা বহাই দি তাই ওলাই যাবলৈ উদ্যত হৈছিল মাত্ৰ, এনেতে শ্লিপাৰৰ মৃদু শব্দ তাইৰ কৰ্ণগোচৰ হ'ল।

"কিহে নতুন ৰান্ধনী, কিমানদূৰ আগবাঢ়িছা? বাইদেৱেৰা শুলে দেখোন?" কৈ কৈ তাইনো কিহেৰে ৰান্ধিছে তাকে চাওঁ বুলি নীতেন পাকঘৰলৈ সোমাই গ'ল।

কথাটো বৰ ভাল নেপাই তাই ততালিকে বায়েকক মাতিবলৈ ওলাই আহিব খুজিছিল, এনেতে ঘটিল এটা অবাঞ্ছনীয় কাণ্ড। দুৱাৰখন লাহেকৈ বন্ধ কৰি নীতেন সন্তৰ্পণে তাইৰ কাষত থিয় হ'লগৈ আৰু প্ৰায় অতৰ্কিত ভাৱেই পিচফালৰ পৰা তাইৰ বুকুখন খামোচ মাৰি ধৰিলে। ভীষণ অস্বস্তি বোধ কৰি তাৰ সেই আক্ৰমণৰ পৰা মুক্ত হবলৈ চেষ্টা কৰাত ভিনিহীয়েকে বৰ কৌশলেৰে পিঠি ফালৰ পৰাই তাইক গৰা মাৰি ধৰিলে। তাইৰ সৰ্ব্বাঙ্গ শিয়ৰি উঠিল। লাজ আৰু ভয়ত বুকুখন ঢপ্ ঢপাবলৈ ধৰিলে।

বিবুদ্ধিত পৰি 'বাইদেউ' বুলি চিঞৰি দিব খুজিছিল; কিন্তু সেই মুহূৰ্ত্ততে নীতেনে এটা আচৰিত কাম কৰি পেলালে। পিঠিফালৰ-পৰা ধৰি থকাৰ পৰা নীতেনে একোবত তাইক ঘূৰাই দিলে আৰু সেইবাৰ অলপ বেছি জোৰকৈয়ে তাইক সাৱটি ধৰিলে।

অকল সেয়ে নহয়, তাই নীতেনৰ মুখামুখী হৈ পৰাত সি ছল বুজি তাইৰ গাল, ওঁঠ আদিত খকামকাকৈ কেবাটাও চুমা খাই দিলে। সিমানতো ক্ষান্ত নহৈ আৰু এটা অদ্ভুত কাণ্ড কৰি দিলে নীতেনে। সাৱটি ধৰি থকা অৱস্থাতে সি একোবত তাইৰ মেখেলাখনৰ



সতে পেটিকোটটো তলফালৰ পৰা উজাই নিলে আৰু তাইৰ তলপেটৰ তলৰ সেই নোমাল ঠাইখিনিত হাতখন লগাই দিলে।

এনেয়ে তাৰ দেহৰ পৰশত তাইৰ গাটো উত্তপ্ত হৈ উঠিছিল তাতে তেনেকুৱা এটা নিৰ্লজ্জ কাণ্ড সংঘটিত হোৱাত তাই ৰোমাঞ্চিত হৈ উঠিল। নীতেনৰ হাতখনে তাইৰ যৌনাঙ্গ স্পৰ্শ কৰাৰ লগে লগে তাই এক অদ্ভুত উন্মাদনা অনুভৱ কৰিলে। তাই সেইদিনাহে জানিলে—মাইকী মানুহৰ গাত এনেকুৱা এডোখৰ সাংঘাতিক ঠাই আছে য'ত পুৰুষ-হাতৰ স্পৰ্শ ঘটিলেই দেহ-মন চঞ্চল হৈ উঠে।

গতিকে যি হবলগা আছিল সেয়ে হ'ল। দেহৰ বিভিন্ন অংশত অস্বস্তিজনকভাৱে আঙ্গিক সংঘৰ্ষ ঘটুৱাই নীতেনে তাইক উত্তেজিত কৰি তুলিলে। তাই পাহৰি গ'ল নিজৰ শক্তিৰ কথা, নিজৰ অস্তিত্বৰ কথা। বিছনাৰ আশ্ৰয় নোলোৱাকৈয়ে নীতেনৰ কামোন্মাদ দেহৰ মধুৰ নিষ্পেষণ তাই নিৰ্বিবাদে সহ্য কৰি গ'ল।

কিছু সময়ৰ পিচত এটা অৱসন্ন দেহ আৰু অৱসাদভৰা মন লৈ নীতেন যেতিয়া পাকঘৰৰপৰা ওলাই আহিল, তেতিয়া তায়ো দৈহিক অপবিত্ৰতাখিনি ধুই পেলাবৰ কাৰণে বাথৰুমৰ ফালে আগবাঢ়িল।

আচৰিত কথা যে সেই ঘটনাৰ পিচৰ পৰাই তাইৰ মনলৈ কিছুমান পৰিবৰ্ত্তন আহিল। আগতে ভবা বহু কথা তাই পাহৰি গ'ল; আগতে নভবা, ভাবি বেয়া পোৱা বহু কথা ভাবি তাইৰ ভাল লগা হ'ল। লাহে লাহে নীতেনৰ প্ৰতিও তাইৰ আগৰ ধাৰণাৰ ৰূপান্তৰ ঘটিল। তাই ভাবিলেঃ নীতেনে কোৱাৰ দৰে সঁচাকৈয়ে জীৱনটো উপভোগ কৰাৰ এইটোৱে যথাৰ্থ সময়। এই সময় উকলি গলে যৌৱনৰ মাধুৰীও নোহোৱা হৈ যাব।

গুৱাহাটীলৈ অহাৰ প্ৰথম বছৰটোৰ কথা বেলেগ। তেতিয়া তাই হোষ্টেলত আছিল। গতিকে কেনিবা গলে নীতেনৰ লগতে

যাবলগীয়া হৈছিল ; নহলে লগৰ ছোৱালীৰ লগত। কিন্তু বায়েক যেতিয়া আহিল তেতিয়া তাই স্বাভাৱিকতে ফুৰা-চকা কৰিব লাগিছিল বায়েকৰ লগত। পিচে সেইটো হ'ল জানো? প্ৰথম ছুদিনমান বায়েকৰ লগত ছুই-এঠাইলৈ গলেও পিচলৈ তাই বেছিকৈ নীতেনৰ লগতহে যাবলৈ ধৰিলে। বায়েকৰ লগ তাইৰ ভাল নলগা হ'ল। কিয় বাৰু?

এদিন। নগৰৰ অন্যতম সম্ভ্ৰান্ত ৰেষ্টুৰেণ্ট 'ইন্দ্ৰপুৰী'ৰ ওপৰ মহলাৰ সেই নিৰ্দিষ্ট কুঠৰীটোত প্ৰায় এঘণ্টা সময় নানান আমোদ-প্ৰমোদৰ মাজেদি কটাই ওলাই আহোঁতে তলৰ মহলাৰ এজন মানুহৰ লগত সিহঁতৰ ভেটাভেটি হ'ল।

মানুহজন ডেকা। সম্ভৱ নীতেনৰ বয়সৰে হব। পিন্ধনত দামী চাহাবী সাজ। মানুহজনে সম্ভৱ তলৰ মহলাত বহি চাহ বা আন কিবা খাইছিল। উঠি আহোঁতেই সিহঁতৰ মুখামুখী হ'ল।

মানুহজনৰ দৃষ্টি ইমান প্ৰখৰ আছিল যে প্ৰথম চাৱনিতে তাইৰ ভয় লাগি গৈছিল। প্ৰথমতে মানুহজনক তাইৰ অসমীয়া যেন নেলাগিছিলেই। পিচতহে গম পালে অসমীয়া বুলি। নীতেনক সুধি গম পালে তেওঁৰ নাম অতনু শইকীয়া। নীতেনৰ বন্ধু।

সিহঁত ছুটাক একেলগে দেখি অতনু যেন অলপ অপ্ৰস্তুত হৈছিল। তথাপি মনৰ ভাব অকণো প্ৰকাশ নকৰি সি নীতেনক তাইৰ কাষৰ পৰা অকণমান আঁতৰলৈ মাতি নি কেইমিনিটমান কথা পাতিলে।

দহ মিনিটৰো বেছি সময় নীতেনক আৱদ্ধ ৰাখি অতনু যেতিয়া অস্থিৰ খোজেৰে ৰেষ্টুৰেণ্টৰপৰা ওলাই গৈছিল, তেতিয়া তাইৰ দৃষ্টিও আছিল অতনুৰ ওপৰতে। অতনুৰ গতি-গোত্ৰ আৰু অস্বাভাৱিক খোজ-কাটল দেখি তাই ধৰি লৈছিল—নিশ্চয় সি মদপী।

কিন্তু বাটত আহোঁতে নীতেনে যেতিয়া কলে—সি মদপী নহয়, তাৰ খোজ-কাটলৰ ঢঙেই তেনেকুৱা, সকলো বিষয়তে মানুহটো



অলপ অস্বাভাৱিক—তাই থৰ হৈ কেৱল শুনি গ'ল। শেষত সুধিলে—"আপোনাৰ লগতনো কি কথা পাতিলে ইমান?"

নীতেনে অলপ ইতস্ততঃ বোধ কৰিছিল। কলে—"কি কথা পাতিব আৰু; সঁচা কথা কবলৈ গলে তোমাৰ বিষয়ে ছুই-এটা কথা সুধিছিল। মোৰ লগত তোমাক দেখি তাৰ বোধহয় সহ্য হোৱা নাই।"

তাই একো নকলে।

গ'ল কথা গুচিল। পিচদিনা এফালে যাবলৈ বুলি তাই নিজৰ কোঠাত সোমাই প্ৰসাধন কৰিছে, এনেতে সিটো কোঠালীত বায়েকে নীতেনক কোৱা তাইৰ কাণত পৰিল: "মই আপোনালোকৰ মতলব একো ধৰিব পৰা নাই। তাই সদায় কিয় আপোনাৰ লগত যাব লাগে? মই বায়েকজনী নাই নেকি?"

নীতেনে কৈছিল: "অলপ লাহে লাহে কোৱাঁ; ৰবিয়ে শুনিব। ওঁ, কি কৈছিলা? তুমিও আমাৰ লগত যাব খোজা? ব'লা।"

"মই আপোনালোকৰ লগত যাব খোজা নাই; সুধিছোঁহে সদায় সদায় তাইক লৈ আপুনি ক'লৈ যায়? ৰেষ্টুৰেণ্টত দিনে কিমান পইচা দিয়ে? চিনেমাত?"

"কি ক'লা? ৰেষ্টুৰেণ্টত কিমান পইচা দিওঁ? চিনেমাত? এইবোৰ কথা তোমাক কোনে লগাইছে নমি? অ' বুজিছোঁ। অতনুৱে কাম এইটো।...কিন্তু সি এইবোৰ লগাইছেহি কিয়?"

"বোধহয় আপোনাৰ শুভাকাঙ্ক্ষী কাৰণেই।"

"শুভাকাঙ্ক্ষী!" নীতেনৰ মাতটো সেইবাৰ কৰ্কশ যেন শুনা গৈছিল—"তুমি নেজানা নমি, সি মোৰ কেতিয়াও শুভাকাঙ্ক্ষী নহয়। হোৱা হলে গোকাট মিছা কথাবোৰ তোমাৰ আগত—"

বায়েকে মুখপাতি লৈছিল—"আপুনি অনৰ্থক নবকিব। মইও অতনুক চিনি পাওঁ। আপোনাৰ বেয়া নেলাগে, ঘৰত এজনী বিবাহিতা পত্নী আৰু সৰু ল'ৰাটো এৰি থৈ গাভৰু ছোৱালী এজনীৰ

লগত আনন্দ উপভোগ কৰি ফুৰিবলৈ ? ৰ'ব, ময়ো চাইহে আছোঁ—" কথাষাৰ শেষ নকৰি বায়েক বেগেৰে নীতেনৰ কাষৰ পৰা আঁতৰি যোৱা তাই গম পাইছিল।

বায়েকৰ কথাকিষাৰে তাইৰ ফুৰাৰ উদ্যম পণ্ড কৰি দিছিল। অজান এক ভয়ে বুকুখন কঁপাই তুলিছিল। নীতেনে হাতত ধৰি টানি লৈ নোযোৱা হলে সেইদিনা তাই ফুৰিবলৈ নগলহেঁতেন।

পিছে এদিন বৰ বেয়া ধৰণে সিহঁত ধৰা পৰি গ'ল।

মাজনিশা নমিতাক গভীৰ টোপনিত এৰি নীতেন অৱলীলাক্ৰমে তাইৰ লগত শুইছিলহি। 'বেয়া কামবোৰ' কৰি থাকোঁতে কেতিয়ানো ভাগৰ লাগি মৰ-টোপনিত পৰিল কবই নোৱাৰিলে।

ৰাতিপুৱা দুৱাৰত হাতৰ শব্দ আৰু একেলগে বায়েকৰ মাত শুনি পোনপ্ৰথমে সাৰ পালে তাই। দেখিলে—ভিনিহীয়েক তেতিয়াও তাইৰ কাষতে। আনদিনা কিছু সময় থাকি গুচি যায়। সেইদিনা—

বায়েকহঁতৰ কোঠালীৰ ফালৰ দুৱাৰখন তাইৰ কোঠালীৰপৰা বন্ধ। সেইদেখি বায়েকে পিচফালৰ বাৰাণ্ডাৰ ফালে থকা দুৱাৰ-খনত শব্দ কৰি তাইক মাতিছিল। তাই মহা বিবুদ্ধিত পৰিল। নীতেনক আগফালে পঠাই দিবলৈকো সেইফালে বাট নাই।

কোনো উপায় নেদেখি তাই কঁপিবলৈ ধৰিলে। নিজৰ অসংযত কাপোৰ-কানিবোৰ ঠিক কৰি লৈ তাই নীতেনক জগাই দি কাণে কাণে সমাগত বিপদৰ কথাটো কৈ লাহেকৈ সিটো কোঠাৰ দুৱাৰখন খুলি সেইপিনেই নীতেনক পঠিয়াই দিলে। তাৰ পিচত মৰণত শৰণ দি লাহেকৈ এইফালৰ দুৱাৰখন খুলি দিলে।

বোধহয় তাইৰ গাৰ কঁপনিয়ে বুকুৰ কঁপনিয়ে একাকাৰ হৈছিল। ইপিনে দুৱাৰ খোলাৰ লগে লগে বায়েক তাইৰ কোঠালৈ সোমাই গ'ল আৰু চিকাৰী বোন্দাৰ দৰে কেউফালে এবাৰ চাই লৈ সুধিলে—"ক'ত ? ভিনদেৱেৰ ক'ত ? কেনি গ'ল ?"



"অ' আই ! মই আৰু কেনেকৈ ক'ম ? ভিন্‌দেউ কিবা মোৰ ইয়াত থাকেনে ?"

"ৰাতিপুৱাই বাহি মুখতে মিছা কথা নকবি বৰি ! তহঁতৰ এইবোৰ কাণ্ড মই বহু দিনৰপৰা লক্ষ্য কৰি আছোঁ জানিছ ! ক, তেখেত ক'লৈ গ'ল ? কেনি ওলাই গ'ল ?"

তাই তেতিয়াহে মন কৰিলে নীতেন ওলাই যোৱাৰ পিচত দুৱাৰখন পুনৰ বন্ধ কৰা নহ'ল। গতিকে ধৰা পৰিবলৈ অকণো সময় নেলাগিল। সিহঁতৰ চতুৰালি বুজি পাই বায়েকে ক'লে—"অ' এইপিনেই সৰকি গ'ল হবলা চোৰ ? বাৰু বৰি।" এইবুলি খণ্ডত একো নাই হৈ বায়েক তাইৰ কোঠাৰপৰা সাউত কৰে ওলাই আহিল।

বায়েকৰ মূৰ্ত্তি দেখিয়ে তাই ভাবিছিল ঃ এইবাৰ মৰিলোঁ। এশ গৰু মাৰিলে বাঘৰো মৰণ।

পিছে তাই যিমানখিনি হব বুলি ভাবিছিল সিমানখিনি নহ'ল। মুখেৰে নানাভাৱে দুয়োকে তিৰস্কাৰ কৰিলেও বায়েকে কোনো কঠোৰ ব্যৱস্থা গ্ৰহণ নকৰিলে। মাত্ৰ সেই অবৈধ, ঘৃণনীয় পথৰ পৰা সিহঁত যাতে সৎপথলৈ ঘূৰি আহে তাকেই কামনা কৰিলে বায়েকে।

কিন্তু আহোঁ বুলিয়ে জানো এটা পথৰপৰা আন এটা পথলৈ আহিব পাৰি? ভাল হওঁ বুলিয়ে জানো ঘপকৈ ভাল হব পাৰে মানুহ ?

সেইদেখি নীতেনক তাই এদিন ক'লে—"আমাৰ বিপদ এয়ে নহয় ভিন্‌দেউ, আৰু বিপদ আহিব পাৰে। গতিকে ভাল ডাক্তৰ এজনো আমাৰ হাতত ......"

নীতেনে কথাটো বুজি পাইছিল। সি কলে—"তাৰ বাবে তুমি একো চিন্তা নকৰিবা।"

॥ এঘাৰ ॥

সেইবাৰ তাই কলেজৰ শেষ বাৰ্ষিকত।

এদিন কলেজৰ পৰা আহি তাই দেখিলে—আগপিনৰ বাৰাণ্ডাতে বেতৰ চকী এখনত বহি বায়েকে বাটৰ ফালে চাই আছে। বায়েকৰ দৃষ্টি উদাস। মুখমণ্ডল করুণ আৰু চিন্তাক্লিষ্ট।

তাইক দেখি 'মাহী' বুলি চিঞৰি পৰম আগ্ৰহেৰে দৌৰি যোৱা অঙ্কুৰক গেটৰ মুখতে কোলাত তুলি লৈছিল তাই। তাৰ পিচত বায়েকৰ ওচৰলৈ আহি সুধিছিল—"কি হ'ল বাইদেউ? এনেকৈ বহি আছ কিয়? কি চিন্তা কৰিছ?"

নমিতাই কলে—"কিটো চিন্তা কৰিম? এতিয়া চিন্তা কৰি কিবা লাভ আছেনে? যি হব লাগে হৈ গৈছে।"

তাই একো নুবুজি কথাটো বুজাই কবলৈ কোৱাত বায়েকে কলে—"আগতে চাহ-তাহ খাই লগৈ ব'ল।"

বায়েকৰ পিচে পিচে তাই আৰু অঙ্কুৰ সোমাই গৈছিল। কানি-কাপোৰ সলাই, বাথৰুমত মুখ-হাত ধুই পাকঘৰলৈ গৈ তাই দেখিছিল—বায়েকে চাহ কৰিছে।

"কচোন কি হ'ল বাইদেউ!" টাৱেলেৰে মুখ মচি মচি তাই সুধিলে।

"হবলৈ কিটো আছে আৰু; ভিনদেৱেৰৰ চাকৰিটো গ'ল।"



"ভিনদেউৰ চাকৰি গ'ল? কিয়? কি কাৰণে?"

"গাত শনি লম্ভা মানুহৰ তেনেকুৱা দশা হবই। মইতো জনা নাছিলোঁ—এই ঘৰ-মাটি, ইমানবোৰ সা-সম্পত্তি তেখেতে অফিচৰ টকাৰেই কৰিছে বুলি! আজি তিনি বছৰৰ টকাৰ হিচাপ হেনো মিলাব পৰা নাই। অডিটৰ উপৰি অডিট হৈ গৈছে। এতিয়া ভিনদেৱেৰৰ ওপৰতে পৰিছে কেছটো। কাৰণ অফিচৰ টকা-পইচাৰ সম্পূৰ্ণ দায়িত্ব তেখেতৰ ওপৰত। গতিকে গণ্ডগোল হোৱাটো প্ৰমাণ কৰি তেখেতক ছাছপেণ্ড কৰিছে।"

তাই বহু সময় একো মাতিব নোৱৰা হৈ আছিল। তাৰ পিচত এবাৰ সুধিলে—"কিমান টকাৰ গোলমাল তই ক'ব পাৰনে?"

"ভিনদেৱেৰে কোৱামতে প্ৰায় সাতচল্লিশ হেজাৰ।"

"বাহ! ইমান টকা! এজন মানুহে ইমানবোৰ টকা কেনেকৈ আত্মসাৎ কৰিলে বাইদেউ? মোৰ বোধেৰে তাত আৰু কোনোবা যোগ আছে। কিন্তু খাই কাৰ্শলা ডালত উঠিল। এতিয়া অকলে ভিনদেউৰ মৰণ।"

নমিতাই কলে—"মোৰ আগত আৰু নুলিয়াবি সেইবোৰ কথা। কথাটো শুনাৰ পৰাই মোৰ মূৰটো ঘূৰাবলৈ ধৰিছে। ধৰা পৰিছে যেতিয়া অফিচেতো এনেয়ে এৰি নিদিয়ে! এতিয়া কেছ চলিব। কেছত যদি জিকিব নোৱাৰে ঘৰ-মাটি সব যাব।" তাৰ পিচত এটা গধুৰ নিশ্বাস পেলাই আকৌ কলে—"উস্! মোৰ ভাগ্যত ইয়াকেহে লিখা আছিল নেকি?"

"দুখ নকৰিবি বাইদেউ! ভাল স্বাক্ষী-প্ৰমাণ দিব পাৰিলে আৰু ভাল উকীলৰ হাতত পৰিলে ভিনদেউ হয়তো কেছত জিকি যাব। তেতিয়াতো আৰু ঘৰ-মাটি নেযায়! তেতিয়া ভিনদেউৰ পজিচনটো বেছি ভালহে হব।"

সেইদিনা নীতেন বহু ৰাতিতহে ঘৰলৈ উভতিছিল। কলৈ গৈছিল, ক'ত কি কৰিছিল, কোনেও একো সোধা নাছিল।

আচলতে তাৰ মুখৰ অৱস্থা দেখিয়ে কাৰো একো সুধিবলৈ মন যোৱা নাছিল।

দুদিন পিচত বাতৰি কাকততো খবৰটো ওলাল।

বতাহৰ লগত দুৰ্গন্ধ নাকত লাগিলে মানুহে নাক কোঁচোৱাৰ দৰে খবৰটো শুনি বহুতেই নাক কোঁচালে। চুবুৰীৰ বহুতৰ কাৰণে সি যেন এটা মুখৰোচক আলোচনাৰ বিষয় হৈ পৰিল।

তাৰ পিচতে সেই ঘটনাটো।

অশেষ সতৰ্কতা অৱলম্বন কৰি চলা সত্বেও এদিন তাই আচম্বিতে গম পালে—তাই মাতৃত্বৰ পথত আগবাঢ়িছে। তাইৰ সৰ্বাঙ্গ কঁপি উঠিল। চকুৰে সৰিয়হ ফুল দেখিলে।

নীতেনক কোৱাত সি বহু সময় নিৰ্বাক আৰু নিৰ্বিকাৰ হৈ থাকিল। তাৰ পিচত গভীৰ আশ্বাসপূৰ্ণ মাতেৰে কলে—"একো ভয় নাই ; উপায় আছে।"

কথাটো জানিবলৈ বায়েকৰো সময় নেলাগিল। মাইকী মানুহৰ চকু। বায়েকে তাইৰ গাত হাত লগাবলৈহে বাকী থাকিল, এহেলৈ সকলো কৰিলে।

"মই আগতেই জানিছিলোঁ তোৰ এই গতি হবই। বঢ়িয়া হৈছে, এতিয়া এইটো অৱস্থাৰে ঘৰলৈ যা।"

মিছা নহয়, দুসপ্তাহৰ পিচতে কলেজৰ পূজা-বন্ধ হব। বন্ধ দিয়াৰ দুই-এদিনৰ পিচতেই তাই ঘৰলৈ যোৱাৰ কথা। কিন্তু সেই অৱস্থাৰে ঘৰলৈ যাব কেনেকৈ ? তাইৰ অৱস্থাটোৱে বায়েককো যে মহা চিন্তাত পেলাইছিল সেই কথা তাই ধৰিব পাৰিছিল।

এদিন তাইক ওচৰলৈ মাতি নি বায়েকে কলে—"এতিয়াতো ঘৰলৈ যাব নোৱাৰবই, শ্বিলঙৰ পৰাই আহগৈ যা। ভিন্দেৰেৰে লৈ যাব। দহ দিনমানৰ ভিতৰতে ভাল হৈ ঘূৰি আহিব পাৰিবি।"

এন্ধাৰত বাট খোঁপয়াই ফুৰা মানুহৰ দৰে হঠাতে এচমকা পোহৰ



দেখি তাইৰ মনলৈ বল আহিল। কিন্তু তাই আচৰিত হৈছিল—যিজনী মানুহে দুদিন আগতে তাইৰ চৰম অধঃপতন দেখি তীব্ৰ ভাষাৰে তাইক তিৰস্কাৰ কৰিছিল, সেইজনী মানুহেই কলঙ্কৰপৰা হাত সাৰিবলৈ তাইক……

তেৰ দিন শ্বিলঙত থাকি নীতেনৰ লগত তাই আকৌ ঘূৰি আহিল। এক ভয়ঙ্কৰ বিপদৰপৰা হাত সাৰিব পাৰি বায়েকে এটা স্বস্তিৰ নিশ্বাস কাঢ়িছিল। আৰু তাই ? নীতেনে ?

পূজাৰ বন্ধত ঘৰলৈ যাব বুলি আগতে খবৰ দি মূৰকত নোযোৱা কাৰণে এদিন ককায়েকেই ওলালহি। সমীৰণ দুৰাতি আছিল নমিতাহঁতৰ ঘৰত। তাইৰ মুখখন কিছু নিস্তেজ দেখি ককায়েকে সুধিছিল—"তোৰ কি হৈছে বৰি ? অলপ শেঁতা পৰা যেন দেখিছোঁ দেখোন ? কিবা অসুখ নেকি ?"

বায়েকে শিকাই দিয়ামতেই তাই সহজভাৱে কলে—"অসুখ মানে……অঁ, দুদিনমানৰ আগতে ডায়েৰীয়াৰ নিচিনা হৈছিল। বোধহয় সেই কাৰণেই অলপ শেঁতা পৰিছোঁ। তাতে যিহে গৰম।"

যাবৰ সময়ত ককায়েকে কৈ গৈছিল—"পৰীক্ষা দি উঠি এইবাৰ ঘৰলৈ যাবি কিন্তু!" তাই যাম বুলি কৈছিল।

যথা সময়ত ফাইনেল পৰীক্ষা হৈ গ'ল। কিন্তু তাইৰ ঘৰলৈ যোৱা নহ'ল। সেইবাৰো খবৰ ওলোৱালৈকে বায়েকৰ ঘৰতে থাকিল।

এদিন পৰীক্ষাৰ খবৰ ওলাল। তাই ভাল ধৰণেই পাছ কৰিলে।

এটা নতুন ভবিষ্যতৰ উজ্জ্বল স্বপ্ন লৈ তাই এম-এত নাম লগালে। এইবেলিও তাইৰ স্থানীয় অভিভাৱক হ'ল নীতেন। আগৰ দৰে তাইৰ সকলো খৰচৰ ভাৰ সি বহন কৰিলে।

সপ্তাহত দুই-তিনি দিনকৈ নীতেনে তাইৰ খবৰ লবলৈ যায়। তাৰ লগত তাই ফুৰিবলৈ ওলাই আহে। ছবি চায়, ৰেষ্টুৰেণ্টত বহি নানান আমোদ-প্ৰমোদ উপভোগ কৰি গধূলি হোষ্টেলৰ ছোৱালী

হোষ্টেলত সোমায়গৈ। এইবোৰ খবৰ বায়েকে পায়নে নেপায়, তাই ক'ব নোৱাৰে। বায়েকৰ খবৰ লবলৈ তাই আজিকালি প্ৰায় এৰিয়ে দিছে। কাৰণ, তাইক হোষ্টেলত থোৱা সম্পৰ্কত বায়েকৰ সতে ভিনিহীয়েকৰ এখন সৰুসুৰা যুদ্ধই লাগিছিল। আৰু কিছুমান ভিতৰুৱা কথা আছে---যিবোৰৰ কাৰণে বায়েকৰ প্ৰতি তাইৰ পূৰ্ব্বৰ স্নেহ হেৰাই হৈছে।

যি নহওক, আৰু এসপ্তাহৰ পিচতে ককায়েকৰ বিয়া। কিমান যে ফূৰ্ত্তি কৰিলেহেঁতেন তাই বিয়ালৈ যাব পৰা হলে! কিন্তু সকলো পণ্ড হৈ গ'ল। ককায়েকে নিজেই তাইক বিয়ালৈ যাবলৈ মানা কৰিছে।

কিন্তু কিয়?



॥ বাৰ ॥

চাকৰিটো যে আৰু বেছিদিন নেথাকে, সেই কথা নীতেনে বোধহয় আগতেই জানিছিল। আৰু সেই কাৰণেই বেঙ্কত বা হাতত সি বেছি টকা ৰখা নাছিল। সি জানিছিল—সাতচল্লিশ হেজাৰ টকা চৰকাৰে কেতিয়াও এৰি নিদিয়ে। সেই টকাৰ কাৰণে বহুতো অনুসন্ধান চলিব, তদন্ত হব। মোকৰ্দ্দমা নিস্পত্তি নোহোৱা পৰ্য্যন্ত অনুসন্ধান চলিয়ে থাকিব। তাৰ পিচত বিবেচনা কৰা হব তাক চাকৰিত পুনৰ্নিযুক্তি দিয়া-নিদিয়া সম্পৰ্কে।

চাকৰি যে আৰু কৰা নহব সেইটোও খাটাং কথা। এতিয়া একমাত্ৰ কথা হ'ল ঘৰ-মাটিখিনি ৰক্ষা কৰা। সেইখিনি ৰক্ষা কৰিব নোৱাৰিলে তাৰ ইজ্জত থাকিব ক'ত? নমিতাহঁতৰ কি অৱস্থা হব?

মোকৰ্দ্দমাত যে সি জয়ী হব সেই আশাও হাস্যকৰ মাথোন। সেইবুলি হাত সাৱটি বহি থাকিলে জানো হব? পুঁজিৰ টকা প্ৰায় শেষ। এতিয়া কিবা এটা নকৰিলে গোটেই পৰিয়ালটোৱে লঘোণ খাটিব লাগিব। ববিতাৰ অসুবিধা হব। আৰু ধন নহলে মোকৰ্দ্দমাই বা চলাব কেনেকৈ? শেষটো যিয়েই নহওক, মোকৰ্দ্দমাটো ভালকৈ চলাবলৈ হলে লাগিব এজন ভাল উকীল। ভাল উকীলত ভাল টকা।

বহুত ঘূৰা-ঘূৰি, বহুত ভবা-চিন্তাৰ মূৰত নীতেনে এটা পথ দেখিলে। সেই পথ লবলৈ বেছি মূলধন নেলাগে, লাগে কেৱল সাহস। কাৰণ পথটো বৰ বিপজ্জনক। অলপ ভুল হলেই, অলপ অসাৱধান হলেই সৰ্ব্বনাশ হৈ যাব পাৰে। নীতেনে অতি সংগোপনে সেই পথকে গ্ৰহণ কৰিলে।

বাহিৰত সকলোৰে আগত প্ৰচাৰ কৰি দিলে সি ব্যৱসায় কৰিছে। কিহৰ ব্যৱসায় কৰিছে সেইটো অৱশ্যে প্ৰচাৰ কৰা নহ'ল। আনকি নিজৰ সুখ-দুখৰ লগৰী, চিৰজীৱনৰ সঙ্গিনী নমিতাৰ আগতো সি সঁচা কথা নক'লে। তাৰ বিশ্বাস—মাইকী মানুহৰ পেটত কথা নেথাকে। কোনোবা মুহূৰ্ত্তত কাৰোবাৰ আগত কৈ দিব—লাগিব হুলস্থূল!

ববিতাকো সেই কাৰণেই কোৱা নাই।

বিয়ালৈ যে নীতেনৰ যোৱা নহব আৰু ববিতাও নেযায়, সেই কথা নমিতাই ভালকৈ বুজিছে। তথাপি তাই বাৰে বাৰে উলিয়াই আছে—বিয়ালৈ যোৱাৰ কথা। ইয়াৰ অৰ্থ কি?

নীতেনে ভাবিলেঃ তেনেহলে সি শহুৰেকৰ ঘৰত অপদস্থ হোৱাটোকে নমিতাই কামনা কৰে নেকি? নহলে ইমান তৰ্ক কিহৰ?

আজিৰপৰা পূৰা পাঁচ দিন আছে জেঠেৰীয়েকৰ বিয়ালৈ। নমিতাই যোৱাৰ বিষয়ে কি ঠিক কৰিলে সেই বিষয়ে জানিবলৈকে দুপৰীয়া ভাত খাবলৈ আহোঁতে নীতেনে কথাটো উলিয়ালে।

আচৰিত কথা যে কথাটো উলিয়ালে নমিতাই যি মূৰ্ত্তি ধাৰণ কৰিব বুলি সি কল্পনা কৰিছিল, তেনে কোনো মূৰ্ত্তি তাই ধাৰণ নকৰিলে; বৰং সিদিনাতকৈ বহুগুণে শান্ত হৈহে তাই উত্তৰ দিলেঃ

"মই জানিছোঁ আপুনি মোকেই পঠিওৱাটো তলে তলে ঠিক কৰি থৈছে। পিছে আপুনি কথা এটা ভাবি চাইছে জানো?



এতিয়া মোৰ পাঁচ মাহত সোমাল। এই সময়ত বাছে-মটৰে অহাযোৱা কৰাটো উচিত হব• জানো? মোৰ বোধেৰে ডাক্তৰক এবাৰ সুধি চাব লাগিছিল।"

অঙ্কুৰৰ পিচত সিহঁতৰ সংসাৰলৈ যে আকৌ এটি দেৱশিশু আহিব ধৰিছে, সেই কথা যেন সি ভাবিবলৈকে পাহৰি গৈছিল। নমিতাই মনত পেলাই দিয়াত সি কেইমুহূৰ্ত্তমান কিবা চিন্তা কৰিলে। তাৰ পিচত তাইক নিৰ্ভয় দি কলে—"নেলাগে ডাক্তৰক সুধিব। পাঁচ মাহত একো নহয়; সাত-আঠ মাহতহে অলপ ভয় থাকে।...... বাৰু এটা কথা নহয়, ববিৰ কথা ঘৰত সুধিলে তুমি কি কবা?"

"মই কি ক'ম? একো ক'ব নোৱাৰোঁ বুলি ক'ম।"

"তেনেকৈয়ে কবানে?" নীতেনে অকমান ইহাৰ নিচিনা কৰিলে—"বাৰু মা বা দেউতাই যদি সোধে তাই আজিকালি আমাৰ ঘৰলৈ আহেনে নাহে—তেতিয়া কি ক'বা "

"সঁচা কথাকে ক'ম। হোষ্টেললৈ যোৱাৰ পৰা বোলোঁ এদিনো অহা নাই।"

নীতেনে অলপ ক্ষুণ্ণ হৈ কলে—"মই জানো তুমি মিছা কথা নোকোৱা বুলি। পিছে কোনো কোনো সময়ত অতি আপোন আৰু শ্ৰদ্ধেয়জনৰ আগতো দুই-এষাৰ মিছা কথা কবলগীয়া হয় নমি।...ববি তোমাৰ নিজৰ ভনী; গতিকে তাইৰ মঙ্গলৰ কাৰণে দুটা মিছা কথা কোৱাত......"

'মই জানিছোঁ আপুনি কি ক'ব খুজিছে। কিন্তু ময়ো আপোনাক সোধোচোন বাৰু, তাই যদি মোৰ নিজা ভনী হয়, মোক যদি আপোন বায়েক বুলি ভাবে, তেন্তে ইমান দিনে মোৰ খবৰ এটা লবলৈ অহা নাই কিয়?"

নীতেন যেন অলপ বিবুদ্ধিত পৰিল। শেষত কলে—"সেইবোৰ তোমালোকৰ বাই-ভনীৰ কথা, মই কি ক'ম? মোৰ বোধেৰে ববিৰ সেইটো ভুল হৈছে। অৱশ্যে এটা কথা মই তোমাক কোৱা নাই;

ৰবি নিজে নাহিলেও তোমাৰ খবৰ মোক সুধিয়ে থাকে। অঙ্কুৰৰো খবৰ লয়।”

“ঠিক আছে তেন্তে, ময়ো তেনেকৈয়ে ক'মগৈ ঘৰত।”

কাইলৈ পুৱাৰ বাছতে অঙ্কুৰক লৈ নমিতা নাজিৰালৈ যাব।

গতিকে নীতেন আজি বৰ ব্যস্ত। ৰাতিপুৱা নমিতাক লৈ ফাঁচী বজাৰলৈ গৈছিল কাপোৰ কিনিবলৈ। প্ৰায় তিনিশমান টকাৰ কাপোৰ কিনা হ'ল।

বজাৰ কৰি ঘূৰি আহোঁতে পাণবজাৰৰ জুৱেলাৰীতো সোমাই আহিল। তাত আঙঠি এটা কৰাবলৈ দিছিল। সেইটো ললে।

জেঠেৰীয়েকৰ বিয়াত দিবৰ কাৰণে নীতেনে এটা চামৰাৰ ডাঙৰ ছুটকেছ আৰু সেই আঙঠিটো গঢ়াইছিল। বাছ ধৰিবলৈ ৰাতিপুৱা সোনকালে উঠিব লাগিব কাৰণে ৰাতি খোৱা-লোৱাও অলপ সোনকাল কৰিলে নমিতাই।

আজি জানো তাইৰ মনটো কিয় ইমান ফৰকাল ফৰকাল লাগিছে! বোধহয় মাকৰ ঘৰলৈ যাবলৈ ওলালে সকলো ছোৱালীৰ মনবোৰ এনেকুৱা লাগে।

বিছনাত পৰি আজি তাইৰ নীতেনৰ সতে খুব ফুৰ্ত্তি কৰিবৰ মন গ'ল। নীতেন সৰু পালেঙখনত শুইছিল। অঙ্কুৰ ঘোৰ টোপনিত। তাই লাহেকৈ নিজৰ পালেঙখনৰ পৰা উঠি নীতেনৰ পালেঙত উঠিলগৈ।

চকু দুটা এনেয়ে মুদি নীতেনে ওপৰলৈ মুখৈ শুই আছিল। কথা নাই, বতৰা নাই, তাই দেখোন খপহ কৰে নীতেনৰ গাৰ ওপৰতে পৰি দিলেগৈ। কেতিয়াবা কেতিয়াবা মাইকী মানুহৰ মনৰ যে একো ঠিক নাইকিয়া হয়, সেই বিষয়ে প্ৰত্যেক বিবাহিত মানুহৰেই নিশ্চয় অভিজ্ঞতা আছে।

নীতেনৰো আছে। গতিকে সি বিশেষ আচৰিত নহ'ল; বৰং সাত বছৰীয়া বিবাহিত জীৱনৰ তিতা-মিঠা অভিজ্ঞতাৰে সি এই কথা অকণো কষ্ট নোহোৱাকৈ উপলব্ধি কৰিলে যে নমিতাৰ এতিয়া পাঁচ মাহ। এই সময়ত মাইকী মানুহৰ যৌন-স্পৃহা তীব্ৰ হৈ উঠে। যৌন-বিজ্ঞানে কি কয় সেই কথা সুকীয়া, কিন্তু নীতেনৰ এইটো বাস্তৱ অভিজ্ঞতা।



যি নহওক, তাই স্বইচ্ছাৰে গাৰ ওপৰত পৰি দিয়া কাৰণে নীতেনে হাত দুখন মেলি অতি আলফুলকৈ তাইৰ কঁকালটো মেৰিয়াই ধৰিলে। লগে লগে সি অনুভৱ কৰিলে, তাৰ গাৰ উষ্ণতাতকৈ নমিতাৰ দেহৰ উষ্ণতা আজি বেছি। তাই যেন বহু আগৰে পৰাই ভিতৰি ভিতৰি উত্তেজিত হৈ আছে। আৰু সেই কাৰণেই নেকি, সি হাত দুখনেৰে কঁকালটো সাৱটি ধৰাৰ লগে লগে তাই তাৰ গাল, ওঁঠ আদিত অস্থিৰভাৱে চুমা খাবলৈ ধৰিলে।

এইবোৰ দেখি নীতেনৰ ভাল লাগিল। সি ক'লে—“আজি বাৰু মই আগধৰি একো নকৰোঁ; তোমাৰ যি খুচী তাকে কৰা।” এইবুলি নিজৰ গাটো এৰি দি সি স্থিৰ হৈ পৰি থাকিল।

কিন্তু মাইকী মানুহে বোধহয় সেইটো নিবিচাৰে। নিজৰ কাম-প্ৰবৃত্তি যিমানেই তীব্ৰ হৈ নুঠক, সঙ্গমউন্মুখ নাৰীয়ে সেই সময়ত পুৰুষৰ আনন্দসূচক সঁহাৰি নেপালে বেছি অগ্ৰসৰ হব নোৱাৰে। তেতিয়া যি কোনো মুহূৰ্ত্ততে নাৰীৰ মনলৈ অৱসাদ আহি যাব পাৰে, অতৃপ্তি আহি যাব পাৰে। যাৰ ফলত পিচলৈ সিহঁত দৈহিক বা মানসিকভাৱে ৰোগাক্ৰান্ত হৈ পৰাও অসম্ভৱ নহয়।

গতিকে মুখেৰে কলেও নীতেন বেছি সময় নিষ্ক্ৰিয় হৈ থাকিব নোৱাৰিলে। কাম-বিহ্বলা নাৰীক পৰিপূৰ্ণ তৃপ্তি দিব পৰাতহে পুৰুষৰ সামৰ্থ্য নিৰ্ভৰ কৰে।

বিভিন্ন প্ৰক্ৰিয়াৰে, বিভিন্ন ভঙ্গিমাৰে কিছু সময় তাৰ দেহৰ ওপৰত বাগৰি চুমাবৃষ্টি কৰাৰ পিচত নমিতাৰ গাৰ কাপোৰ কোনো ঠিক নাইকিয়া হ'ল। তাইৰ বাহু ওলোৱা সৰু ব্লাউজটোৰে বুকুৰ

গৰ্বিত অংশটো ঢাকি ৰাখিবলৈ অসমৰ্থ হ'ল—বুটামকেইটা আপোনা-আপুনি খোল খাই গ'ল।

নীতেনে তাইৰ উদং বুকুৰ ওখ দুখিনিৰ মাজৰ দখিনিতে মুখখন সুমাই দিলে। কেইছেকেণ্ডমান থাকিল সেইদৰে ; তাৰ পিচত তাৰ পৰা মুখখন আঁতৰাই আনি তাইক অকমান আগুৱাই আহিবলৈ ইঙ্গিত দিলে। তাই আগুৱাই অহাত সি তাইৰ পিঠিত হাত দুখন দি বুকুখন আগৰবাবৰ দৰে চাপৰাই ললে আৰু তাইৰ উন্মুক্ত নিটোল বাহুৰ লোভনীয় অংশখিনিতে মুখখন গুজি দিলে। তাইৰ কাষলতিৰ তলৰ চুটি চুটি নোমবোৰ তাৰ নাকে-মুখে লাগিল।

এই কামটো কৰি নীতেনে কি তৃপ্তি পায়, তাই নেজানে। প্ৰথমতে তাই অলপ বাধা দিছিল ; কিন্তু পিচলৈ বাধা নিদিয়া হ'ল। তাতকৈ কিমান বেয়া কাম কৰে সিহঁতে!

তাইৰ মেখেলাৰ গাঠিও খোল খাইছিল। এটা সময়ত মেখেলা-খন কঁকালৰপৰা একেবাৰে আঁতৰি গ'ল। কেৱল থাকিল বগা পেটি-কোটটো। সেইটো থকাৰপৰা একো অসুবিধা নহয়।

কিছু সময় তেনেকৈ যোৱাৰ পিচত চৰম মুহূৰ্ত্তটো উপস্থিত হ'ল। নমিতা তাৰ গাৰ ওপৰত তিষ্ঠিব নোৱৰা হৈ আহিল। গাত-গা-লাগি-থকা অৱস্থাৰেই তাই লাহেকৈ একাষে কাটি হৈ পৰিল। তাই যেন বৰ লেতুসেতু হৈ গৈছে। নীতেনে তাইক পোনাই দিলে ওপৰ মুৱাকৈ। তাৰ পিচত……।



॥ তেৰ ॥

নমিতাহঁতক বাছত তুলি দি পোনে পোনে ঘৰলৈ গুচি অহাৰে কথা আছিল নীতেনৰ। কিন্তু হঠাতে তাৰ মনত পৰিল যে নবাব খাঁ আৰু উচমানী চাহাবক তাৰ লগ পাবলগীয়া আছে। কালি ইমান সময়তে—মানে পুৱা সাতমান বজাতে—তেওঁলোকে তাক মাতিছিল।

সি গমি চাই পালে যে এই সময়ত তেওঁলোক দুয়োকে সি নবাব খাঁৰ ঘৰতে পাবগৈ।

আঠগাৱঁৰ চৌধুৰী টকীজৰ ওচৰৰে এটা দুমহলীয়াৰ ওপৰ মহলাৰ দুটা কোঠালী ভাড়াত লৈ থাকে নবাব খাঁ। কোঠালী দুটাৰ প্ৰথমটো অফিচৰ কামত ব্যৱহাৰ হয় ; দ্বিতীয়টো শোৱা-থকাৰ বাবে। খোৱা-লোৱা তেওঁৰ হোটেলত চলে। উচমানী চাহাবৰ ঘৰ সি দেখা নাই। তেওঁক লগ পাবলগীয়া হলে নবাব খাঁৰ তালৈ গলেই হ'ল।

ৰিক্সা এখন লৈ নীতেন আঠগাৱঁৰ ফালে গুচি গ'ল।

প্ৰায় চাৰি ঘণ্টামানৰ পিচত সি ঘৰ সোমালহি। ভাত-পানী ৰান্ধি কেশৱ বহি আছিল। সি লৰালৰিকৈ গাটো ধুই ভাতৰ পাতত বহিলগৈ।

খাই-বৈ উঠি খন্তেক জিৰনি লোৱাৰ মনেৰে সি বিছনাত বাগৰ

দিলে। মূৰ-শিতানত থকা ৰেডিঅ'টো পকাই দেখিলে—গুৱাহাটীৰ খ-শাখাত বিবিধ ভাৰতীৰ গান চলিছে। অইনবোৰ কেন্দ্ৰৰ প্ৰায়বোৰেই খোলা নাই। মনটো ভাল লাগিব বুলিয়ে সি ৰেডিঅ'টো খুলি দিলে।

তিনি বজাৰ আগে আগে সাজি-কাছি নীতেন এফালে ওলাই গ'ল। কেশৱক কৈ গ'ল—তাৰ ঘূৰি আহোঁতে হয়তো ৰাতিও হব পাৰে। গতিকে সন্ধ্যাৰ লগে লগে সি যেন দুৱাৰ-খিৰিকীবোৰ ভালকৈ মাৰে।

ববিতাৰ সিমান ইচ্ছা নাছিল আহিবৰ ; কিন্তু নীতেনে নেৰিলে। সি প্ৰায় জোৰ কৰিয়ে তাইক হোষ্টেলৰপৰা লৈ আহিল।

বাছৰ পৰা নামি দুয়ো বিক্সাত উঠিল। আজি ববিতাৰ গাত বেলেগ পোছাক। মেখেলা-চাদৰৰ সলনি সাড়ী। চুলিখিনিও আজি তাই বেলেগ ষ্টাইলত বান্ধিছে। নীতেনে কয়, এইটো ষ্টাইলত চুলি বান্ধিলে তাইক হেনো বৰ ধুনীয়া দেখি। হলিউদৰ কোনোবা এগৰাকী লাস্যময়ী অভিনেত্ৰী যেন লাগি যায়।

নীতেনৰ নিৰ্দ্দেশক্ৰমে বিক্সাখন 'ইন্দ্ৰপুৰী'ৰ সন্মুখতে ৰ'ল। আজি বহুত দিনৰ মূৰত সিহঁত ইয়ালৈ আহিছে। কোনোফালে মন নকৰি সিহঁত ইন্দ্ৰপুৰীৰ ভিতৰ সোমাই গ'ল।

মেনেজাৰে বোধহয় দূৰৰপৰাই সিহঁতলৈ লক্ষ্য কৰিছিল। সেইদেখি সিহঁত কাউণ্টাৰৰ ওচৰ পোৱাৰ লগে লগে তেওঁ মাত লগালে ঃ "নমস্কাৰ বৰুৱাচাহাব। আহক। আপোনাৰ লগত দৰ্কাৰ আছে।"

মেনেজাৰৰ ভাষা হিন্দী।

"কেনেকুৱা দৰ্কাৰ" বুলি সি মেনেজাৰৰ কাউণ্টাৰৰ কাষ চাপি গ'ল।

"আপোনাৰ নামত এখন চিঠি আছে বৰুৱাচাহাব! অলপ



আগতে এজন মানুহে দি গৈছে।" কৈ কৈ তেওঁ কাউণ্টাৰৰ ভিতৰ ফালে থকা ড্ৰয়াৰ এটা খুলিলে।

তাৰ নামত চিঠি! হোটেলৰ ঠিকনাত!!

"এইখন লওক। আৰু এটা কথা, মানুহজনে কৈ গৈছে—চিঠিৰ কথাখিনি পালন কৰাত আপুনি যেন অকণো অৱহেলা নকৰে।"

শঙ্কা, কৌতূহল দুয়োটাৰে মেনেজাৰৰ হাতৰপৰা নীতেনে বন্ধ লেফাফাটো হাত পাতি ললে। ইমান পৰে ববিতাই মাত মাতিবলৈ সুযোগ পোৱা নাছিল। এইবাৰ সুধিলে—"কাৰ চিঠি ভিন্‌দেউ?"

সি ইতিমধ্যে লেফাফাটো ফালিবলৈ লৈছিল ঃ "ক'ৰ পৰা নাই। এড্ৰেছটো টাইপ কৰা। ৰবাচোন ভিতৰত কি আছে চাওঁ।"

চিঠি পঢ়ি সি যেন নিৰ্বিকাৰ। দুশাৰী মাত্ৰ কথা। তাকো ইংৰাজীত টাইপ কৰা ঃ "বৰুৱাচাহাব, চিঠিখন পাইছে যদি আপুনি একমুহূৰ্ত্তও অযথা পলম নকৰিব। আপোনাৰ বাবে মই মোৰ ফ্লেটতে অপেক্ষা কৰি আছোঁ। ধন্যবাদ। নবাব খাঁ।"

সি যেন আকাশৰ পৰাহে পৰিল। চিঠিখনৰ আৰু ক'ৰবাত কিবা লিখা আছে নেকি ঘূৰাই-পকাই চাই ক'তো একো নেদেখি বেছি আচৰিত হ'ল। নবাব খাঁই কিয় ইমান জৰুৰীভাৱে মাতিব-লগীয়া হ'ল তাক? সিতো আজি ৰাতিপুৱা তেওঁক লগ ধৰি আহিছে!

গভীৰ উৎকণ্ঠাৰে মেনেজাৰলৈ চাই সি সুধিলে—"বাৰু মিঃ খান্না, যিজন মানুহে চিঠিখন দিছিল তেওঁ আৰু কিবা কৈছিল নেকি? আৰু মানুহজন কেনেকুৱা?"

গ্ৰাহকৰ সতে ব্যস্ত হৈ থকাৰ পৰা মেনেজাৰে কলে—"খুব সাধাৰণ। মই পৰিচয় সোধাত মাত্ৰ কলে—কোনোবা নবাব খাঁৰ তেওঁ হেনো কৰ্ম্মচাৰী। বছ সিমানেই।"

নীতেনৰ ধাৰণা হ'ল ঃ নিশ্চয় নবাব খাঁৰ ঘৰত কিবা এটা ঘটিছে—যাৰ কাৰণে তাৰ উপস্থিতি অতীৱ প্ৰয়োজন হৈ পৰিছে।

হঠাৎ মেনেজাৰৰ কাষৰ ফোনটো বাজি উঠিল। ৰিচিভাৰটো তুলি লৈ মেনেজাৰে কাৰ লগত জানো হিন্দীতে কিবাকিবি কথা পাতিলে। তাৰ পিচত ৰিচিভাৰটো তাৰ ফালে আগবঢাই দি কলে—"আপোনাৰ কল্ আছে বৰুৱাচাহাব।"

ৰিচিভাৰ হাতত লৈ নীতেনে যথাসম্ভৱ স্থিৰ মাতেৰে কলে—"ইয়েছ নীতেন বৰুৱা স্পিকিং।······কোন? উচমানী চাহাব? হয়, হয়, চিঠিখন এইমাত্র পাইছোঁ।······কিন্তু মই একো বুজিব পৰা নাই উচমানী চাহাব।······কি কলে? ইমিডিয়েটলি?······ঠিক আছে, মই এতিয়াই গৈছোঁ। ঠেংক ইউ।"

ৰিচিভাৰ থৈ দিলে নীতেনে। মেনেজাৰ ইতিমধ্যে নিজৰ কামত ব্যস্ত হৈ পৰিছিল। নির্জীব মূৰ্ত্তিৰ দৰে এই সকলোবোৰ লক্ষ্য কৰি থকা ববিতাই বৰ উদ্বিগ্নতাৰে সুধিলে—"কি হৈছে ভিন্‌দেউ? কোনে মাতিছে আপোনাক?"

নীতেনৰ অস্থিৰতা বাকৈয়ে প্রকাশ পালে এইবাৰ: "ক'ৰবাত কিবা এটা হৈছে ববি! মই এতিয়াই যাব লাগিব।"

"কলৈ ভিন্‌দেউ?"

"মোৰ বিজনেছৰ······নহয়, নহয়, মোৰ বন্ধু এজনে লগ পাব খুজিছে—খুব জৰুৰী কথা। তুমি এটা কাম কৰা ববি, মই ঘুৰি নহালৈকে তুমি ইয়াতে বহি থাকাঁ।"

"কিন্তু······"

"কোনো ভয় নাই। মই অতি সোনকালে ঘূৰি আহিম।" তাৰ পিচত মেনেজাৰৰ মুখলৈ চাই প্রায় অনুৰোধ কৰাৰ দৰে কলে—"মিঃ খান্না, মই এটা জৰুৰী কামত হঠাতে এফালে যাব লগা হ'ল। বন্ধু এজনে বিচাৰিছে। ববি আপোনাৰ ওচৰতে থাকিল। মই হয়তো আধাঘণ্টাৰ ভিতৰতে ঘুৰি আহিম।" কৈ কৈ সি বেগেৰে ওলাই গ'ল।

ববিতাও নীতেনৰ পিচতে ওলাই লৰ মাৰিব খুজিছিল; কিন্তু



মেনেজাৰৰ বাধা পাই ৰৈ গ'ল। কি কৰিম, ক'লৈ যামকৈ মনৰ অসীম উদ্বিগ্নতাৰে উচ্‌পিচাই থাকোঁতে তাইৰ চকু পৰিল খান্নাৰ কাউণ্টাৰত থকা বাতৰি কাকতখনলৈ। একো কৰিবলৈ নেপাই তাই সেইখনকে চকুৰ আগত তুলি ললে।

প্রায় পোন্ধৰ মিনিটমান উকলি গ'ল।

হঠাতে ইন্দ্রপুৰীৰ সন্মুখত এখন ধুনীয়া মটৰ ব'লহি। মটৰৰ পৰা নামি আহিল এজন উচ্চদেহী, স্বাস্থ্যবান পুৰুষ। পিন্ধনত দামী ছুট। ডিঙিত চিক্‌মিকীয়া টাই। তেওঁৰ সযত্নৰক্ষিত ডাঢ়ি আৰু পাগুৰীটোৱেই পৰিচয় দিয়ে তেওঁ পাঞ্জাবী মানুহ বুলি।

ভিতৰলৈ সোমাই আহি আগন্তুকে পোনেই মেনেজাৰৰ কাউণ্টাৰৰ কাষত উপস্থিত হৈ তাইৰ ফালে এবাৰ তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি শেষত মেনেজাৰক হিন্দীতে সুধিলে—"মিঃ বৰুৱাই থৈ যোৱা ববিতা নামৰ ছোৱালীজনী এৱেঁই নহয় জানো?"

মেনেজাৰে ববিতাৰ নাম জানে। গতিকে ততালিকে উত্তৰ দিলে—"হয়। কিন্তু আপুনি······"

আগন্তুকে এইবাৰ ইংৰাজীতে আৰম্ভ কৰিলে: "মই মিঃ বৰুৱা আৰু নবাব খাঁৰ যুটীয়া ব্যৱসায়ৰ অন্যতম অংশীদাৰ। আন কথাত বৰুৱাচাহাবৰ অন্তৰঙ্গ বন্ধু। নবাব খাঁৰ ঘৰত বৰুৱা এটা অভাৱনীয় পৰিস্থিতিৰ সন্মুখীন হৈছে। গতিকে মোৰ লগত মিছ বৰুৱা এতিয়াই যাব লাগে। গাড়ী ৰৈ আছে।"

কথাখিনি খান্নাক কলেও তাই সকলো শুনিলে। কিন্তু তাই একো নেমাতি মনৰ অস্থিৰতা পাৰ্য্যমানে চম্ভালিবলৈ চেষ্টা কৰি আগন্তুকক নিৰীক্ষণ কৰিলে।

এনেতে আগন্তুকে তাইৰ ফালে মুখ ঘুৰালে: "মিছ বৰুৱা, ব'লক আপুনি মোৰ গাড়ীত বহকগৈ। আপুনি নগলে মিঃ বৰুৱাক আমি সেই বিপদৰপৰা ৰক্ষা কৰিব নোৱাৰিম। আহক, পলম নকৰিব।"

"কিন্তু······" তাই চকিত, শঙ্কিত দৃষ্টিৰে মানুহজনৰ উজ্জ্বল চকু

তুটালৈ চালে ঃ "মোক এটা প্ৰশ্নৰ উত্তৰ দিবনে ? মিঃ বৰুৱা বৰ্ত্তমান ক'ত আৰু তেওঁৰ বিপদটো কেনেকুৱা ?"

ভদ্ৰলোকৰ যেন সময়ৰ মূল্য খুব বেছি—অবাবত তেওঁ এটা ছেকেণ্ডো কটাব নোখোজে—এনে এক অভিব্যঞ্জনাৰে তেওঁ কলে—"মিছ বৰুৱা, এতিয়া কথাতকৈ কামৰহে প্ৰয়োজন বেছি। আশা কৰোঁ সেই কথা আপুনি মোৰ মুখৰ পৰা শুনাতকৈ মোৰ লগত গৈ নিজ চকুৰে ঘটনা পৰ্য্যবেক্ষণ কৰাই বেছি ভাল হব।"

ববিতা বহাৰপৰা উঠিল।

গাড়ীৰ ওচৰ পোৱাৰ লগে লগে আগন্তুকে ফ্ৰণ্ট ছিটৰ দৰ্জা খুলি দিলে। তাই বহিল। তাইৰ কাষতে বহি ভদ্ৰলোকে তৎক্ষণাৎ গাড়ী চলাই দিলে।

দহ মিনিট পিচত।

এছাটি কোবাল বতাহৰ দৰে সোমাই আহিল নীতেন। তাৰ চকু-মুখত গভীৰ উদ্বেগ আৰু চঞ্চলতা। প্ৰবেশ কৰিয়ে সি উদ্‌ভ্ৰান্তৰ দৰে এবাৰ চাৰিওফালে দৃষ্টি নিক্ষেপ কৰিলে। ববিতাৰ চকীখন শূন্য দেখি সি যেন বেছি আচৰিত হ'ল। খান্নালৈ চাই গভীৰ উদ্বিগ্নতাৰে প্ৰশ্ন কৰিলে ঃ "ববিতা ক'ত মিঃ খান্না ?"

খান্নাই তাৰ মুখ দেখিয়ে কিবা এটা যেন অনুমান কৰিব পাৰিছিল। প্ৰশ্নটোত থত্‌মত্ খোৱাৰ দৰে কলে—"কিয়, তেওঁক এতিয়াই আপোনাৰ বন্ধু এজনে······কিন্তু আপুনি······"

নীতেনে ওপৰতে কলে—"মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়ে কিয় মিঃ খান্না ? ববিতা কাৰ লগত আৰু কিমান সময়ত ইয়াৰপৰা ওলাই গ'ল ?"

"খুব বেছি দহ মিনিট হৈছে।" দৃষ্টিত বিস্ময় আৰু কৌতুক একেলগে লৈ মেনেজাৰে কলে—"আপোনাৰ ব্যৱসায়ৰ অংশীদাৰ আৰু বন্ধু বুলি পৰিচয় দি এজন মানুহ আহিছিল—গাড়ী লৈ। আমাক কলে যে আপুনি এটা সাংঘাতিক পৰিস্থিতিত পৰিছে। তাৰ বাবে ববিতা নগ'লে নহয়।"



"মানুহজনৰ নাম কি ?" বিস্ফাৰিত দৃষ্টিৰে মেনেজাৰৰ মুখৰ ভাব পৰীক্ষা কৰিলে নীতেনে।

"অপৰিচিত ভদ্ৰলোকৰ নাম মই কেনেকৈ জানিম ? আপোনাৰ বন্ধু যেতিয়া আপুনিহে জানিব !" তাৰ পিচত আগন্তুকৰ চেহেৰা, সাজপাৰ আদিৰ বিষয়ে সংক্ষেপতে তেওঁ যি বৰ্ণনা দিলে সেয়া শুনি নীতেন প্ৰায় মূৰ্ছা যোৱা অৱস্থা। তাৰ চকু-মুখ ভয়লগাকৈ বিবৰ্ণ হৈ পৰিল। গাটো যেন কঁপিবলৈ ধৰিলে।

তাৰ অৱস্থাটো পৰ্য্যবেক্ষণ কৰি মেনেজাৰে সুধিলে—"ঘটনাটো কি বৰুৱাচাহাব ?"

মনৰ প্ৰতিকূলতা পাৰ্য্যমানে চম্ভালিবলৈ চেষ্টা কৰি নীতেনে কলে—"ময়ো একো ধৰিব পৰা নাই মিঃ খান্না ! ভদ্ৰলোকৰ বিষয়ে আপুনি যিটো বিৱৰণ দিলে, মোৰ তেনেকুৱা বন্ধু······। বাৰু আপুনি গাড়ীৰ নম্বৰটো ৰাখিছেনে ?"

"নাই ৰখা। তাৰ যে প্ৰয়োজন হব মই জানিম কেনেকৈ ?"

খং উঠিছিল যদিও নীতেনে প্ৰকাশ নকৰিলে। ইতিমধ্যে ঘটনাৰ গোন্ধ লবলৈ কেবাখনো কৌতুহলী মুখ তাৰ ফালে আগুৱাই অহা দেখা গ'ল।

"ঠিক আছে, মই আহিছোঁ মিঃ খান্না !" এইবুলি ক্ষিপ্ৰ পদক্ষেপেৰে সি ৰেষ্টুৰেণ্টৰ পৰা ওলাই গ'ল। ইন্দ্ৰপুৰীৰপৰা ওলাই গৈ নীতেনে চিন্তা কৰিলে—এতিয়া সি ক'লৈ যাব ? নবাব খাঁৰ ঘৰলৈ ? কিন্তু লাভ ? এইমাত্ৰতো সি নবাব খাঁৰ ঘৰৰপৰা ঘূৰি আহিল ! ঘৰ বন্ধ। দুৱাৰত তলা।

মেনেজাৰ খান্নাই দিয়া চিঠিখনৰপৰা আৰম্ভ কৰি উচমানী চাহাবে ফোন কৰালৈকে যিখিনি ঘটনা ঘটিল, সেইখিনি যে এটা বিৰাট কুহেলীকা তাক বুজিবলৈ তাৰ আৰু বাকী ক'ত ? কিন্তু সেই স্বৰটো কাৰ ? ফোনত কথা কোৱা সেই স্বৰটো যে উচমানী চাহাবৰ হব নোৱাৰে, তেতিয়া সি সন্দেহ নকৰিলে কিয় ? নেভাবিলে

কিয় নবাব খাঁই হোটেলৰ ঠিকনাত তালৈ চিঠি দিয়াৰ কোনো অৰ্থ থাকিব নোৱাৰে বুলি ?

প্ৰচণ্ড এক ধুমুহাৰ মাজত নীতেনে দিগভ্ৰান্ত পথিকৰ দৰে বিচৰণ কৰিবলৈ ধৰিলে। বহুত চেষ্টা কৰিও সি মনত পেলাব নোৱাৰিলে থান্নাচাহাবে বৰ্ণনা কৰা তেনে এখন মুখ।

কিন্তু ববিতাৰ ইমান মতিছন্ন হ'ল কিয় ? মেনেজাৰে কোৱা মতে মানুহজনক ববিতায়ো চিনি পোৱা নাছিল। অথচ কোনো সংকোচ নকৰি তাই তৎক্ষণাৎ তেওঁৰ গাড়ীত উঠি গুচি গ'ল। ইয়াৰ অৰ্থ কি হব পাৰে বাৰু ? সি ঘূৰি অহালৈ আৰু অকমান সময় তাই ধৈৰ্য্য ধৰিব নোৱাৰিলেনে ?

ভাবৰ ধুমুহাই তাক এনেভাৱে আগুৰি ধৰিলে যে সি এতিয়া কি কৰিব, কি কৰা উচিত হব একো ঠিক কৰিব নোৱৰা হ'ল। বলিয়াৰ দৰে সি আলিবাটত নামি এবাৰ ইফালে এবাৰ সিফালে অহা-যোৱা কৰিবলৈ ধৰিলে। তাৰ গতি-গোত্ৰ দেখি বাটৰ মানুহবোৰে যেন ফিচিঙা-ফিচিং কৰিছিল। কিন্তু তাৰ সেইবোৰলৈ লক্ষ্য নাই। পকুৱাই পোৱা মানুহৰ দৰে আচল বাট বিচাৰি নেপাই একোবাৰ আলিবাটৰ মাজলৈ যায়, একোবাৰ কাষলৈ আহে ; একোবাৰ কেনিবা লৰ মাৰিব খোজে, একোবাৰ থমকি ৰয় ; একোবাৰ কাৰোবাৰ মুখলৈ চায়, একোবাৰ মুখ ঘূৰাই আনফালে চায়। শেষত তাৰ দৃষ্টি অহা-যোৱা কৰি থকা গাড়ীবোৰৰ ওপৰত পৰিল। কোনোবা গাড়ীত মাইকী মানুহ দেখিলেই সি লৰ মাৰি কাষ চাপিব খোজে। দুজনী বা তিনিজনী ছোৱালী একেলগে খোজকাঢ়ি যোৱা দেখিলেই 'ববি' বুলি চিঞৰি দিব খোজে।

এইদৰেই বহু সময় পাৰ হৈ গ'ল। এবাৰ হঠাতে তাৰ মনত খেলালে ঃ থানাত খবৰটো দি আহিব নেকি ? নহলে যদি ঘটনা পিচত বেছি জটিল হৈ পৰে ? যদি তাৰ সামৰ্থ্যৰে ববিতাক উদ্ধাৰ কৰা সম্ভৱ হৈ নঠে ?



কিন্তু থানালৈ যাব কেনেকৈ সি ? তেতিয়াহলে যে আৰু এটা নতুন বিপদ চপাই লোৱা হব। যদি থানাই ঘটনাৰ আদ্যোপান্ত শুনি নবাব খাঁ আৰু উচমানী চাহাবৰ সতে থকা তাৰ সম্পৰ্কৰ কথা জানিব খোজে ? যদি কৰ্ত্তব্যৰ খাতিৰত তেওঁলোকৰ ঘৰৰ ঠিকনা বিচাৰে ?

আনহাতে এই ঘটনাৰ লগত মান-সন্মানৰ প্ৰশ্নও আছে। ভদ্ৰ-পৰিয়ালৰ এজনী শিক্ষিতা ছোৱালী থিতাতে নাইকিয়া হৈ যোৱা এটা ঘটনাৰ লগত এখন সম্ভ্ৰান্ত ঘৰৰ মান-মৰ্য্যাদাৰ প্ৰশ্ন নিগূঢ়ভাৱে জড়িত।

তথাপি এনেকুৱা ঘটনাত থানাৰ আশ্ৰয় লোৱা বহু ফালৰ পৰাই নিৰাপদ। ববিতাৰ গাৰ্জেন হিচাপে সেইটো এটা কৰ্ত্তব্যও। কিন্তু......

কোনে জানে, সেই অপৰিচিত, অজ্ঞাত পুৰুষজনৰ লগত ববিতা কিজানি স্বইচ্ছাই গুচি গৈছে ? কিজানি এই প্ৰহেলিকা তায়ে সৃষ্টি কৰিছে ?

হঠাৎ ওচৰেদি যোৱা এখন খালী ৰিক্সাত নীতেন জঁাপ মাৰি উঠিল। উঠিয়ে চালকক নিৰ্দেশ দিলে ঃ "চিধা চল্।"

॥ চৈধ্য ॥

· ঠায়ে ঠায়ে ৰিক্সা লৈ, ঠায়ে ঠায়ে খোজ কাঢ়ি নগৰখনৰ কেবাটাও সৰু-বৰ আলিৰে ঘুৰি-ফুৰি অৱশেষত এটা পৰিশ্ৰান্ত দেহ আৰু ধুমুহা-বিধ্বস্ত মন লৈ নীতেন ঘৰলৈ ঘুৰিল। তেতিয়া ৰাতি প্ৰায় এঘাৰ।

ইমান সময়ে সি কিমান খোজ কাঢ়িলে, ৰিক্সা আৰু মটৰত কিমান পইচা দিলে, তাৰ একো হিচাপ ৰাখিব নোৱাৰিলে। আনকি এই ছয়-সাত ঘণ্টা সময়ৰ ভিতৰত তাৰ যে ভোক-পিয়াঁহ কিবা লাগিছিল, তাকো গম নেপালে।

জালুকবাৰীৰ বাছ ছিণ্ডিকেটৰ পৰা নামি ববিতাহঁতৰ হোষ্টেলৰ ফালে আগবাঢ়োতে গেটৰ মুখতে সাগৰিকা আৰু আন ছুজনী অচিনাকি ছোৱালী লগ পাইছিল। তাৰ লগত ববিতাক নেদেখিয়েই বোধহয় সাগৰিকাই টপৰাই সুধিছিল—"ববি ক'ত ভিন্‌দেউ ?"

তাৰ বুকুখন চিৰিংকৈ মাৰিছিল: ববি তেনেহলে ইয়ালৈও অহা নাই? নিৰ্বাক দৃষ্টিৰে সি কেই মুহূৰ্ত্তমান সাগৰিকালৈ চাই থাকিল। তাৰ পিচত তৎক্ষণাৎ তাৰ পৰা উভতি আহিল।

ভৰলুমুখত বাছৰ পৰা নামি আকৌ ৰিক্সা ললে। ফটাশিল, আমবাৰী, শান্তিপুৰ, কাহিলীপাৰা, পল্টনবজাৰ, ৰিহাবাৰী, ছাত্ৰীবাৰী, দিছপুৰ, উলুবাৰী, লাচিত নগৰ—কোনো ঠাইলৈকে যাবলৈ



বাকী নেথাকিল। শেষত শুক্ৰেশ্বৰ ঘাটৰপৰা উজান বজাৰৰ পিনেও এপাক মাৰিলে। কিন্তু ক'তো একো সন্ধান উলিয়াব নোৱাৰি তাৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল।

ঘৰ পাই দেখিলে—ড্ৰইংৰুমৰ ছোফা এখনতে কুচি-মুচি পৰি কেশৱ গভীৰ টোপনিত। লাইট জ্বলি আছে। সি তুৱাৰত ঢকিয়াই কেবাবাৰো মতাতহে সাৰ পালে কেশৱে।

চকু মোহাৰি মোহাৰি তুৱাৰ খুলি দিয়া কেশৱক সি সুধিলে— "এই, আমাৰ ইয়ালৈ কোনোবা আহিছিল নেকি?"

"ক'ব নোৱাৰোঁ বাবু, মই থকাত অহা নাই।"

"তইনো ক'লে গৈছিলি?"

"ক'লৈকো যোৱা নাই। ভাত ৰান্ধিবৰ সময়ত পাকঘৰত আছিলোঁ।"

শোৱনি-কোঠাৰ তুৱাৰ খুলি নীতেনে নীলা লাইটটো জ্বলাই দিলে। এনেতে কোঠাৰ তুৱাৰ মুখলৈ আহি কেশৱে সুধিলে— "বাবু, ভাত উলিয়াম নেকি?"

"তই খালিনে নাই ভাত?"

"খালোঁ বাবু! আপোনালৈ বাট চাই চাই মোৰ খুব ভোক লাগিছিল। আপোনাৰ আজি বহুত দেৰী হ'ল বাবু!"

"তেন্তে যা, তই শুই থাকগৈ, মই আজি ভাত নেখাওঁ।"

"কিয় বাবু?"

"আকৌ প্ৰশ্ন কিহৰ? যি কৈছোঁ তাকে কৰগৈ।"

ভয়ে ভয়ে কেশৱ আঁতৰি গৈছিল; হঠাৎ সি মাতিলে—"এই কেশৱ, পানী এগিলাচ লৈ আহ বেগেতে।"

কেশৱে পানী এগিলাচ দি গলহি। সি কোট্ কোট্ কৰে পানী গিলাচ পি পেলালে। তাৰ পিচত তুৱাৰত খিলি লগাই দি, জোতা-মোজা আৰু কাপোৰ-কানি খুলি আঠুৱা-চাঠুৱা একো নেপেলোৱাকৈয়ে বিছনাত লাং খাই পৰিল।

উস্ ভগৱান! এক গভীৰ নিশ্বাসৰ লগত শব্দ দুটা তাৰ মুখৰ পৰা ওলাই আহিল। এইবাৰ মূৰটো তাৰ বেছি গধুৰ গধুৰ লাগিল। ছেদভেদ নোহোৱা চিন্তাবোৰে নীৰৱ ঘৰখনৰ অস্বাভাৱিক নীৰৱতাৰ সুযোগ লৈ তাক আগুৰি ধৰিলে।

নাই, ৱবিতাই তাক কেতিয়াও প্ৰতাৰণা কৰিব নোৱাৰে। আজি তিনি-চাৰি বছৰে সি তাইৰ লগত ছাঁটোৰ দৰে লগে লগে আছে। একমাত্ৰ তাৰ বাহিৰে তাই আন কোনো পুৰুষৰ লগত হলিগলি কৰা সি দেখা নাই। গম পোৱা নাই। তাতে এজন পাঞ্জাবী মানুহ। একেবাৰে অসম্ভৱ কথা।

হয়তো কিবা যাদু-মন্ত্ৰৰ দ্বাৰা সেই কাম সম্পন্ন কৰা হৈছে। নহলে খান্নাৰে কিবা ষড়যন্ত্ৰ এয়া। তাক বুদ্ধি কৰি তাইৰ কাষৰ পৰা আঁতৰাই লৈ তেওঁৰ দলৰ মানুহৰ দ্বাৰা সেই ভয়ঙ্কৰ কাম সমাধা কৰিছে। নহলে কি যুক্তিত তাৰ অনুমতি নোলোৱাকৈ এজন অচিনাকি মানুহৰ লগত তাইক পঠিয়াই দিব?

আৰু সি ওলাই যোৱাৰ পিচমুহূৰ্ত্তেতে বা ঘটনাটো ঘটিল কিয়?

আনহাতে যিজন মানুহে ৱবিতাক গাড়ীত তুলি লৈ যোৱা বুলি কৈছে, তেওঁ পাঞ্জাবী। মিঃ খান্নাও জানো পাঞ্জাবী নহয়? দুয়োৰো ভিতৰত কিবা যোগাযোগ থকাটো কি বৈচিত্ৰ্য?

কিন্তু মানুহটো কোন? পাঞ্জাবী হলেও তাৰতো এটা নাম আছে। খান্নাই কিয় নকলে নামটো? তেওঁ নেজানে নে গোপন কৰিলে?

নাই, আৰু ভবা-চিন্তা কৰি লাভ নাই। কাইলৈ ৰাতিপুৱাই সি থানালৈ গৈ খান্নাৰ বিৰুদ্ধে গোচৰ দিবগৈ! সেইটো কৰিলে নবাৱ খাঁ আৰু উচমানী চাহাবৰ কথা সম্পূৰ্ণ তল পৰি যাব।

খান্নাৰ ওপৰত হোৱা তাৰ সন্দেহৰ কথা যুক্তি-সহকাৰে ক'ব পাৰিলে থানা বহি নেথাকে। লগে লগেই তেওঁক গ্ৰেপ্তাৰ কৰিব। আৰু তেওঁক গ্ৰেপ্তাৰ কৰিব পাৰিলেই ৰহস্যৰ জাল হয়তো মুকলি হৈ যাব পাৰে। তাকে কৰিব নোৱাৰিলে তাৰো বিপদ। বিশ্ববিদ্যালয়ৰ



গাৰ্লছ হোষ্টেলৰ পৰা এজনী ছোৱালী ফুৰিবলৈ ওলাই গৈ নোহোৱা হৈছে, এই বাতৰি পাই হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট বহি থাকিব নোৱাৰে। হয়তো ইতিমধ্যে হোষ্টেলত কিবা এটা ঘটিছেই।

মনৰ সকলো অৱসাদেৰে চকু দুটা জোৰকৈ মুদি ধৰিলে নীতেনে। কিন্তু মনত যেতিয়া সংঘাতৰ ধুমুহা বলে, দেহাত অপৰিমিত ভাগৰ থাকিলেও মানুহৰ টোপনি নাহে।......এৰা, নমিতাজনী আজি মাত্ৰ ওলাই গৈছেহে, পিচ মুহূৰ্ত্ততে এই ঘটনা। আজি নমিতা থকা হলে কি হ'লহেঁতেন বাৰু?

ভয়ানক অশান্তি-উদ্বিগ্নতাৰ মাজেদি এটা দীঘল নিশা বিছনাত ইবাগৰ-সিবাগৰকৈ ছটফটাই কটোৱাৰ পিচত, পুৱতি নিশা নীতেনৰ চিল্‌মিলকৈ অকণমান টোপনি আহিছিল। এবাৰ হঠাতে কাৰোবাৰ মাতত তাৰ টোপনি ভাগিল।

সাৰ পাই সি গম পালে: তাৰ কোঠাৰ দুৱাৰত শব্দ কৰি কেশৱে চিঞৰিছে: "বাবু! অ' বাবু! উঠকচোন। আমাৰ ঘৰলৈ পুলিচ আহিছে।"

পুলিচ!......প্ৰায় একেজাপে নীতেন বিছনাৰপৰা উঠিল আৰু শ্লিপিং ট্ৰাউজাৰটো ভালদৰে পিন্ধি লৈ, হেঙাৰৰপৰা কামিজ এটা আজোৰ মাৰি গাত সুমুৱাই, মুখখন লৰালৰিকৈ আইনাত চাই ললে। দুদিন নুখুৰা ডাঢ়ি আৰু অনিদ্ৰাক্লিষ্ট দুটা ৰঙা চকুৰে তাৰ মুখখন নিজৰেই বৰ আপচু আপচু লাগিল।

দুজন কনষ্টেবলৰ সতে পুলিচ ইন্সপেক্টৰ মান্নান। মান্নানৰ পূৰা নাম সি নেজানে। তেওঁলোক তিনিও ড্ৰইংৰুমতে বহি আছিল। নীতেনক দেখিয়ে মান্নানে মাত লগালে: "গুড্ মৰ্নি মিঃ বৰুৱা! ৰাতিপুৱাই আপোনাক আমনি দিবলৈ আহিলোঁ।"

কথাষাৰে তাৰ গা চেবাই গ'ল যদিও লগে লগে পৰিস্থিতিৰ দাসত্ব স্বীকাৰ কৰিবলৈ সি সাজু নহ'ল। কথাষাৰ সি যেন ভালকৈ নুশুনিলে এনে এক অনমনীয়তাৰে সি মান্নানৰ সন্মুখতে বহি ললে।

"কি ক'লে আপুনি ?"

অকণো কৃত্রিমালি নকৰি মান্নানে কলে—"আপোনাক আমাৰ এছ-পি চাহাবে বিচাৰিছে। আশা কৰোঁ অযথা সময় নষ্ট নকৰি আমাৰ কৰ্ত্তব্য পালনত সহায় কৰিব।"

কথা দুষাৰৰ নীৰসতাই, ততোধিক নগ্ন নিষ্ঠুৰতাই তাক আঘাত কৰিলে। প্ৰায় ক্ষুণ্ণ মাতেৰে সি কলে—"আপোনালোকৰ আগমনৰ উদ্দেশ্য মই ঠিক নুবুজিলোঁ। অৱশ্যে আপোনালোক নহা হলেও মই গলোঁহেঁতেন।" কৈয়ে সি গিৰিপকৈ বহাৰ পৰা উঠিল আৰু "বব তেন্তে" বুলি ভিতৰ সোমাই যাব খোজোতেই মান্নানে কলে—"আমাৰ হাতত সময় বৰ কম; আশাকৰোঁ আমাক বেছি সময় বহুৱাই নেৰাখে।"

ইমানখিনি হব বুলি নীতেনে সঁচাকৈয়ে ভাবিব পৰা নাছিল। তাৰ এতিয়াহে মনত খেলালে—কালি সি এটা ডাঙৰ ভুল কৰিলে। তাৰ ফালৰ পৰা থানাত কালিয়ে খবৰ এটা দি থব লাগিছিল।

মুখেৰে একো নেমাতি নীতেন ভিতৰ সোমাই আহিল আৰু পোনে পোনে শোৱা-কোঠালীত সোমাই ভাল কাপোৰ এসাজ পিন্ধি ললে। তাৰ পিচত বাহি-মুখত দুচলুমান পানী ছটিয়াই, চাহ-তাহৰ কথা একো চিন্তা নকৰি কেৱল চিগাৰেটৰ পেকেটটো জেপত লৈ কোঠাৰ বাহিৰ ওলাল।

এনেয়ে পুলিচ দেখি কেশৱৰ ভয়ত ধাতু উৰি যাব খুজিছিল, তাতে শোৱনি-কোঠাৰ দুৱাৰত তলা লগাই নীতেন পুলিচৰ গাড়ীত যাবলৈ ওলোৱা দেখি তাৰ মুখ শুকাই টেমি যেন হ'ল।

"মই আকৌ আহিম নহয়, তই ভয় কৰিছ কিয় ? তই কেৱল দুৱাৰ-ঘৰ মেলি কলৈকো নেযাবি বুজিছ ?"

অলপ পিচতে মান্নানহঁতৰ লগত নীতেন নতমুখে ওলাই গ'ল। গেটৰ মুখতে ভানখন ৰৈ আছিল। কেউজন গাড়ীত উঠাৰ পিচত পুলিচৰ পোছাক পিন্ধা ড্ৰাইভাৰে গাড়ী চলাই দিলে।



॥ পোন্ধৰ ॥

থানাত উপস্থিত হৈ নীতেনে দেখিলে—সঁচাকৈয়ে এছ-পি চাহাবে তাৰ কাৰণে অপেক্ষা কৰি আছে। তেওঁৰ অফিচ কুঠৰীত আৰু এগৰাকী মানুহ—ববিতাহঁতৰ হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট মিছেছ সন্দিকৈ।

মান্নানৰ সতে এছ-পি চাহাবৰ কোঠালৈ সোমাই যোৱাৰ লগে লগে কৃত্ৰিম হাঁহিৰে তেওঁ তাক সম্ভাষণ জনালে: "গুড্ মৰ্নিং মিঃ বৰুৱা ! বহক। বাতিপুৱাই জুলুম কৰিবলগীয়া হোৱাত আমি দুখীত।"

হোষ্টেল ছুপাৰৰ কাষৰ চকীখনতে নীতেন বহিল।

"বাৰু বৰুৱা, আপোনাৰ মুখৰ পৰা মই দুটামান কথা প্ৰথমে জানি লব খোজোঁ। কওকচোন, শ্ৰীমতী ববিতা বৰুৱা আপোনাৰ খুলশালী ছোৱালী, নহয় জানো ?"

"হয়।"

"তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰী ?"

"হয়।"

"আপুনি তেওঁৰ লোকেল গাৰ্জেন ?"

"হয়।"

"কালি আপুনি জালুকবাৰী লৈ যাওঁতে শ্ৰীমতী বৰুৱা আপোনাৰ লগত গুৱাহাটীলৈ আহিছিল ?"

"হয় আহিছিল।"

"তাৰ পৰা তেওঁ ক'লৈ গ'ল, আপুনি জানেনে?"

"জানো……মানে ঠিক নেজানো।……"

"জালুকবাৰীৰ পৰা আহি আপোনালোক কলৈ গৈছিল, কওক-চোন?"

নীতেনে ইতস্ততঃ বোধ কৰিলে যদিও মনৰ ভাব পাৰ্য্যমানে গোপন কৰিবলৈ চেষ্টা কৰি অতি সংক্ষেপে এছ-পি চাহাবৰ প্ৰশ্নৰ উত্তৰ দিলে। তাৰ পিচত হঠাতে সুধিলে—"আপোনালোকে সেই বিষয়ে কিবা শুং-সূত্ৰ পাইছে নেকি? মোৰ বোধেৰে ৰবিতাক কোনোবা দুষ্ট প্ৰকৃতিৰ মানুহে—"

এছ-পি চাহাবে প্ৰায় হুংকাৰ দিয়াৰ দৰেই কলে—"আপুনি কেৱল মোৰ প্ৰশ্নৰ উত্তৰ দি যাওক বৰুৱা! আপোনাৰ কিবা সুধিবলগীয়া থাকিলে পিচত সুধিব।"

নীতেনে তলমূৰ কৰিলে।

"ইন্দ্ৰপুৰীলৈ আপোনালোক কি উদ্দেশ্যে গৈছিল?"

"চাহ খাবলৈ।"

"চাহ খাইছিল নে?"

"নাই, তাৰ আগতেই সেই ঘটনাটো ঘটিল।"

"কি ঘটনা?"

"হোটেলৰ মেনেজাৰে মোৰ নাম আৰু হোটেলৰ ঠিকনা থকা চিঠি এখন মোক উলিয়াই দিলে।"

"চিঠিখন কোনে দিছিল?"

"মোৰ এজন বন্ধুৱে।"

"নাম?"

নীতেনে দ্বিধাবোধ কৰিলে। কিন্তু মিছা মাতিবলৈকো উপায় নাছিল।

"নবাব খান।"



নবাব খান! নামটো শুনি এছ-পি চাহাবে যেন উচাপ্ খাই গ'ল। নামটো আত্মগতভাৱে উচ্চাৰণ কৰি তেওঁ তীক্ষ্ণভাবে এবাৰ নীতেনৰ মুখখন চাই ললে। তাৰ পিচত ক'লে—"চিঠিখন এতিয়া আপোনাৰ হাতত আছেনে?"

"আছে।" তাৰ মুখখন শেঁতা পৰি গ'ল। দিওঁ-নিদিওঁকৈ কামিজৰ জেপৰপৰা চিঠিখন উলিয়াই এছ-পি চাহাবৰ হাতত দিলে। এছ-পি চাহাবে কথা দুবাৰ পঢ়ি চালে। কিন্তু চিঠিখন আৰু ঘূৰাই দিয়া নহ'ল।

"বাৰু কওকচোন, চিঠিখন পঢ়ি আপুনি কি কৰিলে?"

"মই প্ৰথমতে বৰ বিবুদ্ধিত পৰিলোঁ। তাৰ পিচত বহুত ভাবি-চিন্তি যোৱাটোকে ঠিক কৰিলোঁ। কাৰণ তেতিয়ালৈকে মই এইখন জাল-চিঠি বুলি ভাবিব পৰা নাছিলোঁ।"

"আপুনি নবাব খাঁৰ ঘৰলৈ গৈছিল?"

"হয় গৈছিলোঁ, কিন্তু তেওঁক ঘৰত নেপালোঁগৈ। দুৱাৰত বাহিৰৰপৰা তলা লগোৱা আছিল।" নীতেনে ইচ্ছা কৰিয়ে উচমানীয়ে ফোন কৰা কথাটো গোপন কৰিলে।

"নবাব খাঁক ঘৰত নেপাই আপুনি কি কৰিলে? ইন্দ্ৰপুৰীলৈ আকৌ ঘূৰি আহিল নিশ্চয়?"

"হয়। কিন্তু আহি পাই দেখোঁ—ইন্দ্ৰপুৰীৰ মেনেজাৰৰ কাষত বহুৱাই থৈ যোৱা ছোৱালীজনী নাই।"

"কিয়? তেওঁ ক'লৈ গ'ল?"

"সেইটোৱে মোৰ মনত এটা বিৰাট প্ৰশ্ন হৈ পৰিছে ছাৰ! হোটেলৰ মেনেজাৰৰ ওচৰত বহুৱাই থৈ যোৱা ছোৱালীজনী বিশ মিনিটৰ পিচত ঘূৰি আহি মই নেপালোঁহি। তাৰ দ্বাৰাই বুজিব পাৰি সেই কাম নিশ্চয় ৰেষ্টুৰেণ্টৰ মেনেজাৰৰ দ্বাৰাই সংঘটিত হৈছে।"

"আপুনি কি কাম সংঘটিত হোৱাৰ কথা কৈছে, বুজাই কওক।"

নীতেনে মেজত হাত দুখন থৈ অলপ কুঁজা হৈ বহিছিল। গাটো পোনাই লৈ দ্বিধাজড়িত মাতেৰে কলে—"মোৰ সন্দেহ মিঃ খান্নাৰ ওপৰত। কাৰণ তাৰ আগতেও আমি কেবাবাৰো সেই ৰেষ্টুৰেণ্টলৈ গৈছিলোঁ। বোধহয় খান্নাই ববিতাৰ ওপৰত বহুদিনৰ পৰাই চকু দি আছিল। কালি—"

"ওৱান মিনিট," এছ-পি চাহাবে বাধা দি সুধিলে—"আপুনি নবাব খাঁৰ ঘৰৰপৰা উভতি গৈ যেতিয়া ববিতাক ইন্দ্ৰপুৰীত নেদেখিলে, তেতিয়া কি কৰিলে ?"

"মেনেজাৰক তেওঁৰ কথা সুধিলোঁ। কিন্তু খান্নাই মোক ছলনা কৰিলে। কোনোবা এজন পাঞ্জাবী মানুহে মোৰ বন্ধু বুলি পৰিচয় দি হেনো ববিতাক গাড়ীত তুলি লৈ গ'ল। কিন্তু তেওঁৰ কথা মোৰ সমূলি বিশ্বাস হোৱা নাই। আচলতে সেই মানুহজন মোৰ বন্ধু নহয় ; সেইজন মিঃ খান্নাৰ গুণ্ডা দলৰ মানুহ।"

"আপোনাৰ সন্দেহ সঁচা-মিছা তাৰ বিবেচনা পিচত হব মিঃ বৰুৱা ! আচ্ছা কওকচোন, হোটেলৰ মেনেজাৰৰ গুপ্তভাৱে কোনো গুণ্ডাৰ দল থকা বুলি আপুনি জানে নেকি ? যদি জানে সেই বিষয়ৰ কিবা তথ্যপাতি আপোনাৰ হাতত আছে যদি মোৰ ওচৰত দাখিল কৰিব পাৰে।"

এনে এটা অৱস্থাৰ বাবে নীতেনে সমূলি সজাগ নাছিল। সেয়ে কলে—"নাই ছাৰ, তেনেকুৱা কোনো তথ্যপাতি মোৰ হাতত নাই। মই মাত্ৰ সন্দেহহে কৰোঁ—খান্নাৰ হাতত তেনেকুৱা এটা গুণ্ডাদল থকা অসম্ভৱ নহয়। কাৰণ, আজিকালি বহুতো ডাঙৰ ডাঙৰ হোটেলত বাহিৰৰ মানুহে গম নোপোৱাকৈ নানান বীভৎস ঘটনা ঘটি থাকে। আৰু সেইবোৰ সংঘটিত হয় ঘাইকৈ হোটেলৰ মালিক বা মেনেজাৰৰ সুপৰিকল্পিত পৰিচালনাত।"

বোধহয় এছ-পি চাহাবে নীতেনৰ পিচৰ কথাখিনিলৈ সিমান কাণ নিদিলে। একেই গম্ভীৰ সুৰত তেওঁ এইবাৰ কলে—"আপোনাৰ পৰা



জানিবলগীয়া প্ৰায়খিনি কথা জানিলোঁ। এতিয়া এখেত, মিছেছ সন্দিকৈয়ে কিবা সুধিলে সুধিব পাৰে।"

সম্ভৱ এইটো মুহূৰ্ত্তলৈকে বাট চাই আছিল হোষ্টেল ছুপাৰে। এছ-পি চাহাবৰ অনুমতি পাই তেওঁ উপৰ্য্যুপৰি প্ৰশ্নৰে নীতেনক ব্যতিব্যস্ত কৰি তুলিলে। অৱশেষত এছ-পি চাহাবে মাত দিলে : "বৰুৱা, এই নগৰত আপোনাৰ নিশ্চয় দুই-এজন বিশিষ্ট বন্ধু ওলাব, যিয়ে আপোনাক এতিয়া জামিনত নিব পাৰিব।"

"জামিন !" ঘোপ্ মৰা এন্ধাৰত জল্‌মলাই থকা কেঁচুসাপ দেখি উচপ খাই উঠাৰ দৰে নীতেনে এছ-পি চাহাবলৈ চালে।

"হয়, হোষ্টেল ছুপাৰৰ বিনানুমতিত আপুনি ববিতাক ফুৰাবলৈ লৈ আহিছিল। যেনেকৈয়ে নহওক, ববিতা আপোনাৰ হাতৰ পৰাই হেৰাইছে। আপোনাৰ অপৰাধ তথাপিও গুৰুতৰ নহ'লহেঁতেন যদি আপুনি নিজেই কালি থানালৈ আহি আমাক এটা ইন্‌ফৰমেচন দিলেহেঁতেন। গতিকেই আইন অনুযায়ী আমি আপোনাক গ্ৰেপ্তাৰ কৰিবলৈ বাধ্য হৈছোঁ।"

ইয়াৰ পিচত কনষ্টেবল্ এজনৰ হতুৱাই নীতেনৰ কথামতেই অতনু শইকীয়াক থানালৈ মাতি অনা হ'ল। অতনু অবাক। নীতেনৰ মুখৰপৰা সকলো কথা শুনি সি এটা বিদ্ৰুপপূৰ্ণ হাঁহি মাৰিলে। তাৰ পিচত এছ-পি চাহাবলৈ চাই কলে—"মই জামিন লবলৈ ৰাজী আছোঁ।"

॥ ষোল ॥

পিচদিনা এখন বহুল প্ৰচাৰিত বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে ওলাল ঃ "বিশ্ববিদ্যালয়ৰ ছাত্ৰীৰ ৰহস্যজনক অন্তৰ্দ্ধান।"

গুৱাহাটী ঃ আমাৰ কাকতৰ ষ্টাফ-ৰিপৰ্টাৰে যুগুত কৰা এটা বাতৰি মতে পৰহি নগৰৰ মাজ-বুকুৰপৰা অতি ৰহস্যজনকভাৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ এগৰাকী ছাত্ৰী নিৰুদ্দেশ হয়। প্ৰকাশ যে শ্ৰীমতী ৱবিতা বৰুৱা নামৰ ছাত্ৰী গৰাকী তেওঁৰ ভিনিহীয়েকৰ লগত জালুকবাৰীৰপৰা গুৱাহাটীলৈ ফুৰিবলৈ আহিছিল। ফুৰি-চাকি দুয়ো এখন অভিজাত ৰেষ্টুৰেণ্টত সোমাইছিল চাহ খাবলৈ। তাতেই সংঘটিত হয় সেই চাঞ্চল্যকৰ ঘটনাটো। ৰেষ্টুৰেণ্টৰ মেনেজাৰে অভিনৱ কৌশলেৰে ছাত্ৰী গৰাকীৰ ভিনিহীয়েকক ৰেষ্টুৰেণ্টৰ পৰা আঁতৰাই লৈ যায় আৰু এক নাটকীয় পৰিস্থিতিৰ মাজেদি ছাত্ৰী গৰাকীক এজন যুৱকৰ দ্বাৰা পলুৱাই লৈ যায়।

পুলিচৰ সূত্ৰমতে এই ঘটনা হেনো ৰেষ্টুৰেণ্টৰ মালিকৰ পূৰ্ব-পৰিকল্পিত। তেওঁক গ্ৰেপ্তাৰ কৰা হৈছে আৰু ঘটনা বৰ্ত্তমান পুলিচৰ তদন্তাধীন। আন এটা সূত্ৰমতে, উক্ত ঘটনাত ৰেষ্টুৰেণ্টৰ মালিকৰ লগত ছাত্ৰী গৰাকীৰ ভিনিহীয়েকো অশুভ উদ্দেশ্যেৰে জড়িত থকা বুলি সন্দেহ কৰা হয়। ছাত্ৰী গৰাকীৰ ভিনিহীয়েককো গ্ৰেপ্তাৰ কৰা হয় যদিও তেওঁক বৰ্ত্তমান জামিনত মুক্তি দিয়া হৈছে।



নীতেনহঁতৰ ঘৰৰ ড্ৰইংৰুমত বহি নীতেন আৰু অতনুৱে সেই প্ৰসঙ্গটোৰ ওপৰতে আলোচনা কৰি আছিল। প্ৰসঙ্গক্ৰমে নীতেনে কলে—"নিউজটো প্ৰায় ঠিকেই আছিল, কিন্তু শেষৰ কথাখিনিয়ে মোৰ সৰ্ব্বনাশ কৰি দিছে। কাকতবোৰে বাৰু কথাবোৰ আঁতিগুৰি মাৰি নজনাকৈ যিহকে-তিহকে লিখি দিয়ে কিয় ?"

অতনুৱে গম্ভীৰ মাতেৰে কলে—"মই সিমানবোৰ নেজানো বৰুৱা ! কিন্তু এনেবোৰ ঘটনাৰ সংক্ৰান্তত কাকতবোৰে সাধাৰণতে পুলিচৰ ষ্টেটমেণ্টৰ ওপৰতে বেছি গুৰুত্ব দিয়ে। সেইটো কাকতৰ এটা সাধাৰণ প্ৰচলিত ৰীতি।"

"কিন্তু মোৰ বোধেৰে পুলিচৰ দৰে বাতৰি কাকতৰো সমাজৰ প্ৰতি কিছুমান দায়িত্ব আছে। তুমিয়ে ভাবি চোৱাচোন, কাকতে কোৱাৰ দৰে খান্নাৰ লগত মোৰ কিবা যোগাযোগ থকা সম্ভৱ জানো ? যদি সেয়ে হয় তেন্তে তেওঁৰ বিৰুদ্ধে পুলিচৰ আগত মই সিমানবোৰ কথা কবলগীয়া হ'ল কিয় ?"

মুহূৰ্ত্তমান ৰৈ নীতেনে আকৌ সুধিলে—"বাৰু, এই সম্পৰ্কত তোমাৰ ধাৰণা কি কোৱাচোন ? ববিৰ তুমি কি হোৱা বুলি ভাবা ?"

অতনুৱে অদৃশ্যভাৱে এটা হাঁহি মাৰিলে ঃ "মই কি ভাবিম ? মোৰ মতে ববিতা অপহৃত হৈছে সঁচা, কিন্তু কোনো সৰ্ব্বনশীয়া পৰিস্থিতিত হয়তো পৰা নাই।"

তাৰ পিচত দুই বন্ধুৰ মাজত সেই বিষয়েই আৰু কিবাকিবি কথা চলিল। এটা সময়ত অতনু গ'লগৈ।

পিচদিনা ঘৰৰ ঠিকনাত নীতেনে এখন চিঠি পালে। চিঠিখনত লিখোঁতাৰ নাম নাই। হাতৰ আখৰো নীতেনৰ অপৰিচিত যেন লাগিল। কথাও আছিল মাত্ৰ এই কিষাৰহে ঃ

প্ৰিয় বৰুৱা,

চিঠিখন আপুনি মনোযোগেৰে পঢ়িব। আমি জানিব পাৰিছোঁ

যে ৰবিতাৰ নিৰুদ্দেশে আপোনাক বৰ বেয়া ধৰণে বিভ্ৰান্ত কৰি তুলিছে। অৱশ্যে সেয়া স্বাভাৱিক; কিয়নো ৰবিতাৰ প্ৰতি আপোনাৰ যি অনুৰাগ তথা মোহ আছে, সেয়া বৰ্ণনাৰ বাহিৰত। ৰবিতাৰ মোহত আপুনি ইমানেই অন্ধ হৈ পৰিছিল যে নিজৰ বিবাহিতা পত্নীৰ পৱিত্ৰ ভালপোৱা আৰু সন্তানৰ ভৱিষ্যতৰ কথাও আপুনি ভাবিবলৈ পাহৰি গৈছিল।

শুনক বৰুৱা, আপোনাৰ বুকুৰপৰা ৰবিতাক আমিয়ে কাঢ়ি আনিছোঁ। কিয় জানে? নহলে আপোনাৰ পৈশাচিক কবলত ৰুদ্ধশ্বাস হৈ ৰবিতা তিল্‌তিলকৈ শেষ হৈ গ'লহেঁতেন। এটা পঙ্কিল ভৱিষ্যতৰ অন্ধকাৰৰ পৰা ৰবিতাক ৰক্ষা কৰিবলৈকে আমি এই কাম কৰিছোঁ। আপুনি নেভাবিব যে আমি ৰবিতাক চিৰদিন আমাৰ হাততে ৰাখিম। সময় হলেই ৰবিতাক আমি মুক্তি দিম। কিন্তু তাৰ আগতে আপোনাৰ চৰিত্ৰৰ সংশোধন হোৱা দৰকাৰ। আপোনাৰ আত্মশুদ্ধি হোৱা দৰকাৰ।

শেষত কওঁ, আপোনাৰ কৃতকৰ্মৰ প্ৰায়শ্চিত্তৰ সময় ওচৰ চাপিছে। গতিকে তাৰ বাবেও সতৰ্ক হৈ চলিব। ইতি,

আপোনাৰ এজন হিতাকাঙ্ক্ষী।



॥ সোতৰ ॥

গভীৰ টোপনিৰপৰা সাৰ পাই ৰবিতাই যেতিয়া চকু মেলিলে তেতিয়া তাইৰ স্থান-কাল একেবাৰে জ্ঞান নাছিল।

অটল এন্ধাৰৰ গৰ্ভত অনন্তকাল ডুবগৈ থাকি হঠাতে এচেৰেঙা পোহৰ চকুত পৰিলে মানুহে যেনেকৈ অবাক বিস্ময়েৰে কেউফালে চায়, টোপনিৰপৰা উঠি তায়ো পৰম বিস্ময়েৰে কেউফালে চালে।

অপৰিচিত এটা কোঠালীৰ এখন পৰিপাটি বিছনাত তাই শুই আছে। কাৰ কোঠালী এইটো? বিছনাখন? হোষ্টেলৰ কোঠালীটো জানো এনেকুৱা? ৰূপাঞ্জলিহঁত ক'ত? ক'তা সেই হোষ্টেলৰ সুপৰিচিত কণ্ঠ-কাকলি? উৰুমি?

তাই তেন্তে আকৌ বায়েকৰ ঘৰত নেকি? কিন্তু ক'তা, সেইখন ঘৰৰ পৰিবেশো যে ইয়াত নাই! বায়েক ক'ত? অঙ্কুৰ? নীতেন?

স্থিৰ হৈ ওপৰমুৱাকৈ পৰি থকা অৱস্থাৰেই তাই কুঠৰীটোৰ কেউফালে চকু ফুৰাবলৈ চেষ্টা কৰিলে। প্ৰথমেই তাইৰ চকুত পৰিল—পাতল নীলা পোহৰ বিকীৰণ কৰা টিউব লাইটটোলৈ। লাইটটো বেৰ এখনৰ গাত লাগি আছে। তাৰ অলপ আঁতৰলৈ অৰ্থাৎ কোঠাটোৰ মাজমানতে এখন চিলিং ফেন। ফেনখন বন্ধ।

কোঠাটোৰ বেৰবোৰো নীলা যেন লাগিল তাইৰ। এতিয়া দিননে ৰাতি ৰবিতাই ঠিক বুজিব নোৱাৰিলে। ছুখন কুছন-পৰা বেতৰ

চকীৰে এখন সেউজীয়া ৰং দিয়া মেজ আৰু তাই শুই থকা বিছনাখনৰ বাহিৰে পৰিচ্ছন্ন কুঠৰীটোত আৰু কোনো আচবাব তাইৰ চকুত নপৰিল। তাতোকৈ আন এটা কথাই তাইক বেছি আচৰিত কৰিলে : বেৰত এখন মাত্ৰ খিবিকীৰ বাহিৰে ওলোৱা-সোমোৱা কৰা কোনো দুৱাৰ নাই। তেনেহলে তাই ক'ত আছে? কোনোবা গহ্বৰত?

······হঠাৎ খিৰিক্ কৰে এটা শব্দ হ'ল কেনিবা। শব্দটো কেনি হ'ল গম লবলৈ চকু ঘুৰাওঁতেই দেখিলে সন্মুখৰ ফালে বেৰ এখনৰ কিছু অংশ ফাঁক হৈ গৈছে। আৰু সেই ফাঁকটোৰে সোমাই আহিছে এজন মানুহ। মানুহজনক চিনি পাবলৈ তাইৰ যেন সময় নেলাগিল। হয়, এওঁেই ইন্দ্ৰপুৰীৰপৰা তাইক গাড়ীত তুলি লৈ আহিছিল।

কিন্তু সেই ফাঁকটো······

"মিছ বৰুৱা," তাইৰ বিছনাৰপৰা তিনিহাতমান আঁতৰত থিয় হৈ মানুহজনে মাতিলে—"বহু সময় শুলে নহয়? মই সেই কাৰণেই আপোনাৰ খবৰ লবলৈ অহা নাছিলোঁ।" মানুহজনে ইংৰাজীতে কলে।

একো উত্তৰ নিদি তাই কেৱল একেথৰে তেওঁৰ মুখলৈকে চাই থকাত মানুহজনে আকৌ ক'লে—"আপুনি বোধহয় এতিয়াও বৰ ক্লান্ত। ৰ'ব মই চাহৰ ব্যৱস্থা কৰোঁগৈ। ······অ' আপুনি এক কাম কৰক, চাহ আহে মানে আপুনি মুখ-চুখ ধুই লওক।" এইবুলি বেৰৰ ছুইচব'ৰ্ডলৈ হাত এখন আগবঢ়াই ছুইচ্ এটা টিপি দিয়া মাত্ৰকে তাইৰ মূৰ-শিতানৰ ফালৰ বেৰখনত ঘৰ্ঘৰ্কৈ এটা শব্দ হ'ল আৰু লগে লগে সেইখন বেৰতো মানুহ এটা সৰকি যাব পৰাকৈ ফাঁক এটা হ'ল।

তাই সেইফালে চাওঁতেই মানুহজনে কোমলকৈ কলে—"সেই-পিনেই বাথৰুমলৈ যাব পাৰি। বিজাৰ্ভাৰত পানী আৰু মগ আছে। মুখ ধুব পাৰিব। টাৱেল, টুথপেষ্ট, চাবোন, ফণী-আৰ্চি, তেল-পাউদাৰ



আদিও পাব। বাথৰুমৰ কাষতে লেট্ৰিনো আছে। বিজাৰ্ভাৰৰ ওপৰৰ বুটামটো টিপি দিলেই লেট্ৰিনৰ দৰ্জা মুকলি হব।" কৈ উঠি মানুহজন অহা বাটেই গুচি গ'ল।

তাই লক্ষ্য কৰিলে—মানুহজন ওলাই যোৱাৰ লগে লগে ফাঁকটো বন্ধ হৈ বেৰখন আকৌ আগৰ দৰে হৈ পৰিল। তাই দূৰৰ পৰা চাই আছিল যদিও কিটিপটো একো ধৰিব নোৱাৰিলে।

তাই লাহেকৈ বিছনাৰ পৰা উঠি খিৰিকী থকা বেৰখনৰ কাষলৈ গৈ চিক্ দুডালত হাত দুখন দি বাহিৰলৈ জুমি চালে। তাইৰ দুৰ্ভাগ্য যে খিৰিকীখনৰ পৰা দুহাতমান নিলগত ইটাৰ প্ৰকাণ্ড দেৱাল এখনৰ বাহিৰে অইন একোকে চকুত নপৰিল। খিৰিকীখনৰ ওচৰৰ পৰা আঁতৰি আহি তাই বাথৰুমলৈ যোৱা ফাঁকটোৰ ওচৰত থিয় হ'ল। তাই দেখিলে—মানুহজনে কোৱামতে সঁচাকৈয়ে টাৱেলৰ পৰা পাউদাৰলৈকে সকলো বস্তু তাত আছে। ভয়ে ভয়ে তাই বাথৰুমলৈ সোমাই গ'ল।

প্ৰায় পোন্ধৰ মিনিট পিচত। খিৰিক্ কৰে আকৌ এটা শব্দ হ'ল। কোনোবা অহাৰ সঙ্কেত পাই তাই বাথৰুমৰ ফাঁকটোৰে জুমি চাই দেখিলে—আগৰ কাইদাৰে বেৰখন ফাঁক কৰি এজন মানুহ সোমাই আহিছে। কিন্তু এওঁ আগৰ মানুহজন নহয়, বেলেগ।

খুব চিনাকি চিনাকি লগা মুখখন দেখি ববিতাৰ চকুৰ ভ্ৰম হোৱা যেন লাগিল। এখোজ দুখোজকৈ মানুহজনৰ মুখত দৃষ্টি ৰাখি বিছনা-খনৰ কাষত থিয় হ'লহি। বাথৰুমত চকু-মুখ ধুই তাই স্নো' আৰু পাউদাৰ অকমান গালত সানি লৈছিল।

মানুহজনেও তাইলৈ চাইছিল। হাতত লৈ অহা চাহৰ ট্ৰেখন চাপৰ মেজখনত থৈ মৃদু হাঁহিৰে তেওঁ কলে—"গুড্ মৰ্নিং মিছ ববিতা!"

"আপুনি······"

"মই অতনু শইকীয়া। চিন হেৰাইছে নেকি?" অতনুৰ চকু দুটাই হাঁহিছিল।

তাইৰ বিস্ময় আঁতৰা নাছিল। রূঢ় মাতেৰে তাই কলে—"চিন হেবোৱা নাই, কিন্তু আপুনি ইয়াত……"

"অৰ্থাৎ বেহেৰাৰ কাম কৰা কাৰণে আচৰিত হৈছা নহয়? পিছে শুনা, ইয়াত বেহেৰা আৰু চাহাবৰ কোনো পাৰ্থক্য নাই।"

"কিন্তু আপোনাৰ ঘৰ জানো এইটো?"

"তোমাৰো জানো হোষ্টেলৰ ৰুম এইটো?"

"মই আপোনাক সেইটো সোধা নাই।……বাৰু, এতিয়া মোৰ খবৰ লবলৈ অহা পাঞ্জাবী মানুহজন কলৈ গ'ল?"

"আছে। মোক চাহ আনিবলৈ নিৰ্দ্দেশ দি তেওঁ নিজৰ কোঠাত সোমাই কিবা কৰিছে। তুমি তেওঁক চিনি পোৱা নেকি?"

"নেপাওঁ। কিন্তু তেৱেঁ মোক……"

"ৰ'বা মিছ ববিতা," অতনুৱে বাধা দি কলে—"আগতে চাহ-তাহ খাই লোৱাঁ। তাৰ পিচত কথা পাতিবা।" কৈয়ে সি দুখোজমান আগুৱাই গৈ ছুইচ-ব'ৰ্ডত হাত দিলে। পূৰ্ব্ববৎ মৃদু শব্দ এটা কৰি বাথৰুমলৈ সোমোৱা ফাঁকটো বন্ধ হৈ গ'ল। ঘটনাটোৱে আমোদ দিলে যদিও তাই একো প্ৰকাশ নকৰিলে।

অতনু চকী এখনত বহিল।

"কি হ'ল তুমি দেখোন থিয় হৈয়ে থাকিলা? বহঁা।"

তাই বিছনাতে বহিল। অতনুৱে কেট্‌লিৰ পৰা দুপিয়লা চাহ বাকিলে। দুখন চীনামাটিৰ পিৰিচত দুটাকৈ মালভোগ কল, এটাকৈ সিজোৱা কণী, বিস্কুট, কাজু আদি সজাই মেজখন তাইৰ ফালে অলপ হেঁচুকি ঠেলি দিলে। চাহ একাপৰ প্ৰয়োজন ববিতাই বৰকৈ অনুভৱ কৰিছিল। গতিকে তাই ৰৈ নেথাকিল।

"মই আপোনাক দুটামান কথা সুধিব খোজোঁ।"

অতনুৱে ববিতাৰ মুখলৈ চালে। একো নকলে।

"বাৰু কওকচোন, মোক যিজন মানুহে ভুৱা দি আনি ইয়াত সুমুৱাই থৈছে তেওঁৰ পৰিচয় কি? অৰ্থাৎ তেওঁৰ নাম—কাম—"



"ক্ষমা কৰিবা মিছ ববিতা, মই তোমাৰ প্ৰথম প্ৰশ্নটোৰে উত্তৰ দিব নোৱাৰিলোঁ।"

ববিতাই সন্দেহপূৰ্ণ দৃষ্টিৰে অতনুৰ মুখলৈ চালেঃ "আৰু এটা প্ৰশ্ন কৰিব পাৰোঁ?"

"নিশ্চয়।"

"মোক ইমান ছলনা কৰি ধৰি আনি এই বন্ধ কুঠৰীত বন্দী কৰি ৰখাৰ উদ্দেশ্য কি? আৰু তেওঁৰ লগত আপোনাৰ সম্পৰ্ক?"

"তুমি দুটা প্ৰশ্ন একেলগে কৰিলা! বাৰু শুনা, তোমাক এনেকৈ বন্দী কৰি ৰখাৰ উদ্দেশ্য বৰ গভীৰ। সেই বিষয়ে পিচত তোমাক বহলাই ক'ম। এতিয়া মাত্ৰ ইয়াকেই জানি থোৱাঁ, এই বন্ধ পৰিবেশত তোমাক বেছিদিন আৱদ্ধ ৰখা নহয়। আৰু ইয়াত তুমি কাৰোপৰা কোনো বেয়া ব্যৱহাৰ নোপোৱা।……দ্বিতীয় প্ৰশ্নৰ উত্তৰঃ যিজন মানুহৰ পৰিচয় পাবলৈ তুমি ইমান উদগ্ৰীৱ হৈ পৰিছা, তেওঁ মোৰ বন্ধু। এইটো ঘৰত আমি একেলগে থাকোঁ।"

"কেলেই? আপোনালোকৰ আৰু কোনো নাই নেকি?"

"………"

"তেনেহলে আপোনালোক দুজনৰ যুটীয়া প্ৰচেষ্টাৰেই মোক ধৰি আনি ইয়াত বন্দী কৰি থোৱা হৈছে?"

"তুমি যদি সেইবুলি ভাবিছা তেন্তে সেয়ে সত্য।"

ইতিমধ্যে দুয়োৰো চাহ খোৱা হৈ গৈছিল। দীঘলীয়া মৌনতা ভঙ্গ কৰি ববিতাই আকৌ সুধিলে—"বাৰু কওকচোন, এই কোঠালীটো আমাৰ হোষ্টেলৰ পৰা কিমান দূৰৈত?"

"হয়তো বেছি দূৰৈত নহয়; নতুবা বহুত দূৰৈত।"

"সেইটো নিশ্চয় উত্তৰ নহ'ল।"

"উত্তৰ নহব কিয়? কোৱাঁ যে তুমি বিচৰা উত্তৰ হোৱা নাই।" এইবুলি হঠাৎ বহাৰপৰা উঠি কিছু ব্যস্ততাৰে অতনুৱে কলে—"বাৰু মই এতিয়া যাওঁ। বাহিৰত কাম আছে। হয়তো তিনি-চাৰি

ঘণ্টাৰ পিচত হে উভতিম। এইখিনি সময় তুমি অকলশৰে কটাব লাগিব !……অ' তোমাক কবলৈ পাহৰিছোঁ—মোৰ বন্ধু কেইদিন-মানৰ কাৰণে এফালে যোৱাৰ কথা আছে। যোৱাৰ আগতে তোমাক হয়তো দেখা কৰিব নোৱাৰিব পাৰে। তেওঁ নথকা কেইদিন ময়ে তোমাৰ খা-খবৰ লৈ খোৱা-মেলাৰ দায়িত্ব সম্পাদন কৰিব লাগিব।"

"কিন্তু আপোনাৰ বন্ধুক লগ পোৱাৰ যে মোৰ খুব প্ৰয়োজন আছিল !"

"পিচত পালেও নিশ্চয় তোমাৰ কাম হব।" এইবুলি পিৰিচ-পিয়লাখিনি সামৰি লৈ সি কোঠাৰ পৰা ওলাই যাবলৈ উদ্যত কৰি আকৌ ৰবিতালৈ ঘূৰি চাই কলে—"তুমি বাহিৰা কিতাপ-পত্ৰ পঢ়া নহয় ? মোৰ হাতত কেবাখনো মূল্যবান কিতাপ আৰু আলোচনী আছে। অকলে থকা সময়খিনি নিশ্চয় সেইবোৰেৰে কটাই দিব পাৰিবা। বহুত কথা জানিবাও। তাৰ পিচত আমি এসময়ত এটা আলোচনাত বহিম। এতিয়া তোমাৰ পঢ়াৰ ব্যৱস্থা কৰি দি মই যামগৈ।"

কৈ কৈ সি ওলাই গ'ল। সি ওলাই যোৱাৰ লগে লগে পূৰ্ব্ববৎ বেৰৰ ফাঁকটো পুনৰ বন্ধ হৈ গ'ল। ৰবিতাই এটা নিশ্বাস কাঢ়িলে।



॥ ওঠৰ ॥

পুলিচ বিভাগ বহি থকা নাছিল।

ইন্দ্ৰপুৰীৰ মেনেজাৰ খান্না আৰু নীতেনক গ্ৰেপ্তাৰ কৰাৰ পিচত তেওঁলোকৰ চিকাৰৰ ঘাই লক্ষ্য হ'ল নিৰুদ্দিষ্ট মটৰখনেৰে সৈতে সেই অজ্ঞাত ডেকাজনৰ সন্ধান উলিওৱা আৰু ৰবিতাক উদ্ধাৰ কৰা।

নীতেনহঁতক আটক কৰাৰ পিচত অধিক উৎসাহেৰে পুলিচে অনুসন্ধানকাৰ্য্য চলাবলৈ ধৰিলে। কিন্তু আজি প্ৰায় এসপ্তাহেই হ'লহি, গাড়ী বা মানুহৰ কোনো শুংসূত্ৰই উদ্ধাৰ কৰিব পৰা নাই। খান্নাৰ পৰাও দৰকাৰী কোনো তথ্য উলিয়াব পৰা নাই। গতিকে তেওঁক জামিনতো দিব পৰা নাই। দিব কেনেকৈ ? পুলিচৰতো তেওঁৰ ওপৰতে বেছি সন্দেহ !

তেতিয়া দিনৰ প্ৰায় এঘাৰ। আলিবাটত জনতা আৰু যান-বাহনৰ সীমাহীন ব্যস্ততা। সেই ব্যস্ততাৰ মাজেদিয়ে পল্টন বজাৰৰ এ-টি ৰোডেদি এখন ৰিক্সা আঠগাওঁ অভিমুখে গৈ আছিল।

ৰিক্সাৰ যাত্ৰীজন চাহাবী পোছাক পৰিহিত এজন যুবক। মূৰৰ ইটালীয়ান ফেল্ট কেপ আৰু থুতৰিৰ সযত্নৰক্ষিত ফ্ৰেঞ্চছ-কাট ডাঢ়ি-খিনিয়ে তেওঁক অসমীয়া বুলি পৰিচয় নিদিয়ে।

চৌধুৰী টকীজৰ ওচৰৰ চাৰি আলিটোতে ৰিক্সাখন ঘূৰিল আৰু দক্ষিণফালৰ বাটটোৰেদি আগবাঢ়িল। এক ফাৰ্লংমান সেইপিনে

যোৱাৰ পিচত এটা প্ৰকাণ্ড ডুমহলীয়াৰ আগত বিক্সাখন ৰলগৈ। ডুমহলীয়াৰ তলতে খট্‌খটিত বহি এজন মানুহে বাটলৈ চাই আছিল। ৰিক্সাৰ আৰোহীজনে অকণো সংকোচ নকৰি তেওঁক কিবা এটা সুধিলে। তাৰ পিচত তেওঁৰ সঙ্কেতমতেই খট্‌খটিৰ কাষেদি ওপৰ মহলালৈ উঠি যোৱা চিৰিয়েদি গপ্ গপকৈ উঠি গ'ল।

ওপৰ মহলাৰ প্ৰশ্ৰস্ত বাৰাণ্ডাখনত থিয় হৈ আগন্তুকে লক্ষ্য কৰিলে এক অস্বাভাৱিক নীৰৱতা। কোনোফালে কাৰো মাত নাই; অথচ প্ৰথম কমটোৰ বাহিৰে কেউটা কমৰে দৰ্জা খোলা। আগন্তুক বাৰাণ্ডাৰ শেষৰ কমটোৰ ফালে ধীৰ খোজেৰে আগবাঢ়িল। কমটোৰ দুৱাৰত ফুলাম পৰ্দা এখন ওলমি আছিল। আগন্তুক দুৱাৰমুখতে থমকি ৰ'ল আৰু পৰ্দাৰ ফাঁকেৰে সন্তৰ্পণে এবাৰ ভিতৰলৈ ভুমুকিয়াই চালে।

তেওঁৰ চকুত পৰিল ঃ কোঠাৰ ভিতৰত প্ৰকাণ্ড মেজ এখন আগত লৈ এজন মাজ-বয়সীয়া নিটোল স্বাস্থ্যৰ ব্যক্তি। ফাইল এটা মেলি লৈ তেওঁ একান্ত মনেৰে কিবা এটা চাই আছে। মানুহজনৰ গাত চাহাবী সাজ। চকুত ক'লা শকত ফ্ৰেমৰ চছমা। থুতৰিত যত্নকৈ ৰখা নূৰ ডাড়ি। চুটিকৈ ৰখা চুলিখিনিত বয়সৰ ৰূপালী বোল। মুখখন বেছি পূৰঠ নহলেও তেজাল। ওখই হয়তো ছফুটৰ কম নহব।

প্ৰায় দুই মিনিটমান সময় মানুহজনৰ ধ্যানগম্ভীৰ মুখলৈ চাই থাকি আগন্তুকে দুৱাৰৰ আয়নাত আঙুলিৰে টিকুটিকুকৈ তিনিটা শব্দ কৰিলে। বোধহয় প্ৰকাণ্ড ঘৰটোৰ নিস্তব্ধতাখিনি ভঙ্গ কৰিবলৈ সেই তিনিটা শব্দই যথেষ্ট আছিল। ফাইলৰপৰা মূৰ তুলি মানুহজনে দুৱাৰমুখলৈ চালে। আগন্তুকক দেখি তেওঁ বোধহয় অলপ অপ্ৰস্তুত হ'ল আৰু তেওঁৰ সেই অপ্ৰস্তুত ভঙ্গী প্ৰকাশ পালে কণ্ঠস্বৰত ঃ "কোন?"

আগন্তুক প্ৰস্তুত হৈয়ে আছিল। তেওঁৰ দৃষ্টিৰ ওপৰতে দৃষ্টি



ৰাখি বিশেষ এক ভঙ্গীৰে তেওঁ ইংৰাজীতে কলে—"মোক বোধহয় আপুনি চিনি নেপাব। বাৰু, মিঃ নবাব খান আপুনিয়ে নহয় জানো?"

মানুহজনে হা-না একো নকৈ ততালিকে ফাইলটো সামৰি বহাৰ-পৰা উঠিবলৈ উদ্যোগ কৰা দেখি আগন্তুক দুখোজ ভিতৰ সোমাই গৈ কলে—"গুড্ মৰ্নিং মিঃ খান! আপোনাৰ লগত মোৰ এটা জৰুৰী কথা আছে। মোৰ নাম শঙ্কৰ চলিহা।"

শঙ্কৰ চলিহা! উঠিবলৈ উদ্যত হৈয়ো মানুহজন আকৌ বহি পৰিল। তেওঁৰ মুখৰ বিৰক্তি, সন্দেহ আৰু শঙ্কাৰ মিশ্ৰিত অভিব্যক্তিলৈ লক্ষ্য কৰিয়ে চলিহাই টপৰাই আকৌ কলে—"বোধহয় বাতৰি কাকতত মোৰ ছবি দেখিছে। এমাহ আগতে জাপানৰ পৰা স্বদেশলৈ ঘূৰি আহিছোঁ।"

মিঃ খানে কিবা এটা চিন্তা কৰিলে। তাৰ পিচত গভীৰ দৃষ্টিৰে আকৌ আগন্তুকৰ মুখলৈ চাই লৈ গম্ভীৰ মাতেৰে কলে—"বহক।"

বোধহয় এই সময়ত কাৰো উপস্থিতি আশা কৰা নাছিল মিঃ খানে। তাতে নিতান্ত অপৰিচিত এজন মানুহ তেওঁৰ বিনানুমতিত সোমাই অহাত তেওঁ বিৰক্ত হোৱাৰে কথা। আনহাতে শঙ্কৰ চলিহাৰ বিষয়ে কেতিয়াবা ক'ৰবাত কিবা শুনা বা পঢ়াৰ কথাও মনত নপৰিল। সেয়ে চলিহাক বহিবলৈ কৈয়ো নিজৰ সন্দিগ্ধ-সজাগ দৃষ্টি চলিহাৰ মুখৰ পৰা আঁতৰাই আনিব নোৱাৰিলে।

"আপোনাৰ ওচৰলৈ এটা বৰ গুৰুতৰ দৰকাৰত আহিবলগীয়া হ'ল মিঃ খান! আশাকৰোঁ আপোনাক লগ পালোঁ যেতিয়া মোৰ উদ্দেশ্যও পূৰ্ণ হব।"

"তাৰ মানে?"

চলিহাই জেপৰপৰা চিগাৰেটৰ কেছটো উলিয়াই লাইটাৰটোৰে সৈতে মিঃ খানৰ ফালে আগবঢ়াই দিলে। ভদ্ৰতা ৰক্ষাৰ বাবেই

হওক বা এইবিধ বস্তুৰ প্ৰতি বিশেষ দুৰ্বলতা থকাৰ কাৰণেই হওক, ভদ্ৰভাৱে তেওঁ চিগাৰেট এটা গ্ৰহণ কৰিলে।

এটা নিজেও জ্বলাই লৈ চলিহাই কৈ গ'ল : "তিনি বছৰ জাপানত থাকি তাৰ এখন ইঞ্জিনীয়াৰিং ফাৰ্মত মই এটা গুৰুত্বপূৰ্ণ বিষয়ৰ প্ৰশিক্ষন লৈছিলোঁ। তেতিয়াই ভাবিছিলোঁ, স্বদেশলৈ ঘূৰি গৈ চাকৰি নকৰোঁ—বেলেগ কিবা এটা কৰিম।......ঘূৰি আহি নিজৰ মাটিত ভৰি দি মোৰ পৰিকল্পনাৰ কথা দুই-চাৰি বন্ধু আৰু চৰকাৰকো জনালোঁ যে মই এখন ইঞ্জিনীয়াৰিং ফাৰ্ম খুলিব খোজোঁ। মোৰ পৰিকল্পনাক চৰকাৰে শুভেচ্ছা জনাইছে। লগতে সেই মহৎ কামত মই যাতে উৎসাহেৰে আগবাঢ়ি যাব পাৰোঁ তাৰ বাবে এটা বুজন আকাৰৰ আৰ্থিক সাহায্য দিবলৈও প্ৰতিশ্ৰুতি দিছে।......কিন্তু মিঃ খান, চৰকাৰে মোক দিয়া প্ৰতিশ্ৰুতি কেতিয়াও খিলাপ নকৰে—তাক ৰক্ষা কৰিবলৈহে কেইমাহমান সময় লব। কিন্তু মই বৰ বেলেগ ধৰণৰ মানুহ মিঃ খান! ব্যস্ততাহীন হৈ মই এটা দিনো কটাব নোৱাৰোঁ। সেয়ে বহুত ভাবি-চিন্তি আপোনাৰ গুৰিলৈ আহিছোঁ। মোক বেছি নেলাগে, মাত্ৰ পোন্ধৰ হেজাৰ টকা—"

"পোন্ধৰ হেজাৰ টকা!" বিস্ময়-বিমূঢ় দৃষ্টিৰে মিঃ খানে চলিহাৰ মুখলৈ চালে। তেওঁৰ মুখমণ্ডলত অজস্ৰ ভাবৰ জিলমিলনি দেখা গ'ল। গভীৰ প্ৰশ্নসূচক দৃষ্টিৰে চলিহালৈ চাই তেওঁ কিবা এটা ক'ব খুজিছিল, এনেতে চলিহাই আকৌ কলে—"আপোনাৰ বাবে সেইটো একো ডাঙৰ কথা নহয়। ইচ্ছা কৰিলে আপুনি এতিয়াই—"

"কিন্তু মিঃ চলিহা," কণ্ঠত বিস্ময়সূচক কৌতূহল লৈ মিঃ খানে কলে—"ইমান এটা ডাঙৰ কথা লৈ আপুনি কিয় মোৰ ওচৰলৈ আহিল? কোনে কলে আপোনাক মোৰ কথা?"

চলিহাই এটা ৰহস্যজনক হাঁহি মাৰিলে : "আপোনাক কবলৈকে পাহৰি গৈছোঁ মিঃ খান, বিদেশৰ পৰা ঘূৰাৰ পথত মই নতুন দিল্লীত দুনিশা ৰবলগীয়া হৈছিল। মই যিখন হোটেলত আছিলোঁ তাতেই



চিনাকি ঘটিল আপোনাৰ বন্ধু ইক্‌বাল হুছেইনৰ লগত। মোৰ মনৰ কথা তেখেতক কোৱাত তেখেতেই আপোনাৰ কথা কলে।"

কথাটো কিমানদূৰ সত্য সেই কথা জানিবলৈকে যেন মিঃ খানে সুধিলে : "ইক্‌বাল চাহাবৰ লগত আৰু কিবা আলোচনা হৈছিল?"

"নাই; সময়েই নহ'ল নহয়।" চলিহাই যে কিবা এটা গোপন কৰিলে মিঃ খানে ধৰিবই নোৱাৰিলে।

কিন্তু মিঃ খানে কলে—"চাওক মিঃ চলিহা, আপুনি মোৰ পৰিচিত ব্যক্তি হওক-নহওক, আপুনি এটা নতুন কামত হাত দিবলৈ লৈছে মাত্ৰ। সেই কামত আপুনি কিমানদূৰ সফলতা লাভ কৰে অথবা চৰকাৰে কিমানদূৰ সাহায্য আগবঢ়ায় সিও সন্দেহৰ কথা। আনহাতে মই ব্যৱসায়ী মানুহ; অনবৰত টকা-পইচাৰে কথা। গতিকে কোনো বিনিময় নোহোৱাকৈ......। মোক মাফ কৰিব মিঃ চলিহা, আপোনাক সহায় কৰিব নোৱাৰি মই দুখীত।"

তেওঁৰ স্পষ্টবাদিতাই চলিহাক অৱশ্যে অকণো হতাশ কৰা দেখা নগ'ল। কিন্তু এইবাৰ তেওঁ এটা আচৰিত কাম কৰিলে। কোটৰ ভিতৰ জেপৰপৰা এটা লেফাফা উলিয়াই তাৰ ভিতৰপৰা বাহিৰ কৰিলে এখন মজলীয়া আকাৰৰ ফটো। ফটোখন মিঃ খানৰ ফালে আগবঢ়াই দি তেওঁ সুধিলে—"আপুনি এই ছোৱালীজনী চিনি পায়নে?"

ফটোৰ মুখখন দেখিয়ে যেন জিকাৰ খাই উঠিল মিঃ খান। তেওঁৰ মুখখন অলপ বিবৰ্ণ হৈ পৰিল। গভীৰ বিস্ময়েৰে সুধিলে—"এইখন ফটো আপুনি পালে ক'ত মিঃ চলিহা?"

"তাৰ মানে আপুনি এওঁক চিনি পায়?"

নিৰুত্তৰ হৈ ৰ'ল মিঃ খান।

"শুনক, এই ছোৱালীজনী এটা বৰ সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী। ইউনিভাৰ্চিটিৰ ছাত্ৰী। কিন্তু অলপতে এই নগৰত ঘটা এটা চাঞ্চল্যকৰ ঘটনাৰ কথা আপুনি শুনিছে নিশ্চয়?"

"হয় শুনিছোঁ।"

"ছুৰ্বৃত্তৰ হাতত পৰা সেই ছোৱালীজনী এৱেঁই।"

"আপুনি……" গভীৰ সন্দেহ আৰু উদ্বেগ মিহলি দৃষ্টিৰে মিঃ খানে চলিহালৈ চাই ৰ'ল। চলিহাই কলে—"আপুনি অনৰ্থক ভয় কৰিছে মিঃ খান! মই কোনো অভিসন্ধি লৈ আপোনাৰ ওচৰলৈ অহা নাই। শুনক, এই ছোৱালজনী উদ্ধাৰৰ বাবে পুলিচে অক্লান্ত চেষ্টা চলাইছে। লগতে চেষ্টা চলাইছে অপহৰণকাৰীক ধৰা পেলাবলৈ। কিন্তু মই জানো—পুলিচে একো কৰিব নোৱাৰে। পিছে কথা হ'ল, মই এই ছোৱালীজনীৰ কাৰণেই বহুত কাম বন্ধ ৰাখিবলগীয়া হৈছে। আনহাতে মোক এতিয়া বহুত টকাৰ দৰকাৰ।"

"মই একো বুজা নাই মিঃ চলিহা! আপুনি……নহয়, নহয়, মই আপোনাৰ মতলব ভাল দেখা নাই। আপুনি বেগেতে ওলাই যাওক। নহলে—"

"চাওক মিঃ খান, মিছামিছিকৈ এটা গণ্ডগোল লগাই দি কোনো লাভ নাই। বৰং আলোচনাৰ মাজেদি এটা মীমাংসালৈ অহাহে বেছি ভাল হব। মই আপোনাক কি কব খুজিছোঁ, নিশ্চয় বুজিছে। গতিকে সোনকালে কিবা এটা—"

"নহব মিঃ চলিহা! আপোনাৰ ভাগ্য ভাল যে মই এতিয়াও পুলিচৰ আশ্ৰয় লোৱা নাই।……আপুনি বেগেতে……"

চলিহাই হঠাতে কৈ উঠিল—"বাৰু মিঃ খান, মোক এটা প্ৰশ্নৰ উত্তৰ দিয়কচোন। আপুনি বাৰু এই ছোৱালীজনীৰ কাৰণে এদিন এজন মানুহক পোন্ধৰ হেজাৰ টকা দিবলৈ ওলোৱা নাছিলনে?"

যেন এক বিষাক্ত সাপৰহে দংশন ঘটিল নবাব খানৰ গাত। তেওঁৰ মুখমণ্ডল নিমিষতে বিকৃত আৰু বিবৰ্ণ হৈ পৰিল। তাকে দেখি চলিহাই চেপা হাঁহিৰে কলে—"কি হ'ল, পাহৰি গ'ল নেকি সেই কথাটো?"



"নাই, নাই, সব মিছা কথা সেইবোৰ। মই কাকো—"

"আপুনি এতিয়াও সত্য স্বীকাৰ কৰিবলৈ কুণ্ঠিত মিঃ খান?"

নবাব খানে একো নেমাতিলে। তেওঁ তলমূৰ কৰিলে।

"তেনেহলে মোৰ প্ৰস্তাৱত আপুনি ৰাজী?"

হঠাৎ মূৰ তুলিলে খানে। তেওঁৰ যেন হঠাতে ভাবান্তৰ ঘটিল। মেজৰ ওপৰৰ ফটোখনলৈ আকৌ এবাৰ তীক্ষ্ণদৃষ্টিৰে চালে। তাৰ পিচত চলিহালৈ চাই দ্বিধাজড়িত মাতেৰে কলে—"কিন্তু এই ছোৱালীজনীৰ নিৰুদ্দেশৰ খবৰ কাকতে-পত্ৰই ওলাই গৈছে। পুলিচেও অবিৰাম অনুসন্ধান চলাই আছে। এনেস্থলত আপোনাৰ কথামতে……"

"আপুনি তাৰ বাবে কোনো চিন্তা কৰিব নেলাগে মিঃ খান! যি কৰিব লাগে মই কৰিম। আপুনি মাত্ৰ এটা কাম কৰিব লাগিব। ছোৱালীজনীক আজি ৰাতিৰ ভিতৰতে গুৱাহাটীৰ বাহিৰ কৰি নিব লাগিব। পাৰিব সেইটো ব্যৱস্থা কৰিব?"

নবাব খাঁৰ মুখখন আচৰিত ধৰণে উজ্জ্বল হৈ উঠিল। তেওঁ কলে—"পাৰিম মিঃ চলিহা, মই পাৰিম। কিন্তু ভয় হৈছে, সেই কাম কৰিবলৈ যোৱাৰ আগতেই যদি কোনো অবাঞ্ছনীয় ঘটনা—"

"কেতিয়াও হব নোৱাৰে। মই তাৰ যথোচিত ব্যৱস্থা কৰিম। শুনক, গধূলি ঠিক সাত বজাত মই ছোৱলীজনী লৈ ইয়াত উপস্থিত হমহি। কিন্তু এটা কথা, ছোৱালীজনী আহিব পুৰুষৰ সাজত—যাতে কেনোবাই দেখিলে মোৰ লগুৱা বুলি ভাবে। এতিয়া কওক, মোক কিমান টকা আগাধন দিব?"

মিঃ খানে একো নেমাতিলে। লাহেকৈ তেওঁ ভিতৰ সোমাই গ'ল। কিছু সময়ৰ পিচত হাতত এখন চেক্ লৈ ওলাই আহিল।

"বৰ্ত্তমান পাঁচ হেজাৰ দিছোঁ; কাম হৈ গলে আৰু দহ হেজাৰ।"

চলিহা আৰু নৰ'ল। চেক্খন হাতত লৈ তেওঁ বেগাবেগীকৈ নবাব খাঁৰ ঘৰৰ পৰা ওলাই আহিল।

॥ ঊনৈশ ॥

কিবা এটা গুৰুতৰ কেছৰ তদন্তত আবেলিতে ওলাই গৈ সন্ধিয়া সাত বজাৰ পিচত এছ-পি চাহাব থানালৈ ঘূৰি আহিছিল।

নিজৰ অফিচ-কুঠৰীত সোমায়ে তেওঁ ববচাহবলৈ ফোন এটা কৰিলে। তাৰ পিচত চিপাহী এজনৰ হতুৱাই ইন্সপেক্টৰ মান্নান আৰু ছাব-ইন্সপেক্টৰ দত্তক মতাই পঠিয়ালে। তেওঁলোক ততালিকে 'চাহাবৰ' আগত উপস্থিত হ'লহি। 'তোমালোকৰ লগত বৰ জৰুৰী কথা আছে' বুলি দুয়োকো বহিবলৈ কৈছেহে, এনেতে মেজৰ ওপৰৰ ফোনটো বাজি উঠিল। কিছু বিৰক্তিৰেই এছ-পি চাহাবে ৰিচিভাৰটো তুলি ল'লে।

"হেলো! ইয়েছ এছ-পি চৌধুৰী স্পিকিং। কি? ববিতাৰ সন্ধান ওলাইছে? ক'ত?......নবাব খাঁৰ ঘৰত?......হাউ ষ্ট্ৰেঞ্জ! কিন্তু তুমি......আপুনি......অ' হয় নেকি? আচ্ছা, আচ্ছা, মই এতিয়াই গৈছোঁ।......হেলো—হেল্লো—"

সংযোগ বিচ্ছিন্ন হৈ গ'ল। কথাবোৰ অলপ-অচৰপ বুজিব পাৰি মান্নান আৰু দত্ত কিছু ব্যস্ত হৈ পৰিছিল। উদ্বিগ্নতাৰে এছ-পি চাহাবৰ মুখলৈ চাই তেওঁৰ নিৰ্দ্দেশৰ বাবে ব্যগ্ৰতাৰে অপেক্ষা কৰোঁতেই এছ-পি চাহাবে মান্নানৰ প্ৰতি নিৰ্দ্দেশ জ্ঞাপন কৰিলে: "বুজিলা নহয় সকলো? গতিকে এক মুহূৰ্ত্তও অবাবত নষ্ট নকৰিবা। আধা-



ডজন পুলিচ তুৰন্তে সাজু কৰাগৈ। তুমি মোৰ লগত জীপত যাব লাগিব। আৰু দত্ত যাওক চিপাহী কেইজনৰ লগত ভানখন লৈ। লহকৰ আছে নহয়, তেওঁকো মাতা বেগেতে।"

লহকৰ অহাত তেওঁক কলে—"আমি এতিয়াই এটা গুৰুতৰ অভিযানত আঠগাৱঁলৈ যাম। আমাৰ লগত বৰ্ত্তমান আধাডজন চিপাহী যাব। আৰু হয়তো দৰকাৰ হব পাৰে; গতিকে তুমি আৰু আধাডজন পুলিচ সাজু কৰি থোৱাঁ।...... এতিয়া যোৱাঁ, যাক যি ভাৰ দিছোঁ সেইমতে অগ্ৰসৰ হোৱাগৈ।"

পাঁচ মিনিট পিচত মান্নান আৰু দত্তৰ সতে এদল চিপাহী লগত লৈ এছ-পি চাহাব থানাৰ পৰা ওলাই গ'ল। তেতিয়া গধূলি প্ৰায় চাৰে সাত।

আঠগাৱঁত নবাব খাঁৰ ঘৰটো বিচাৰি উলিয়াবলৈ তেওঁলোকৰ বিশেষ কষ্ট নহ'ল। নবাব খাঁৰ কোঠাৰ সন্মুখ পাই তেওঁলোকে দেখিলে—দুৱাৰ-খিৰিকী বন্ধ। লাইটৰ পোহৰত জিলিকি থকা দীঘল বাৰাণ্ডাখনত এটা প্ৰাণীও নাই। বিমূঢ়ৰ দৰে খন্তেক থমকি ৰ'ল এছ-পি চাহাব। তাৰ পিচত বন্ধ দুৱাৰৰ ওচৰলৈ গৈ হাতৰ বেতেৰে দুৱাৰত খুন্দিয়াবলৈ ধৰিলে।

এবাৰ হঠাতে সৰু শব্দ হ'ল দুৱাৰত। তাৰ পিচত দুৱাৰ খোল খালে। পৰ্দ্দা আঁতৰাই এছ-পি চাহাব এখোজ সোমাই গ'ল। মান্নান আৰু চিপাহী দুজন তেওঁৰ ঠিক পিচতেই।

কিন্তু এছ-পি চাহাব অবাক। তেওঁ অনুমান কৰাৰ দৰে ভিতৰত কোনো ছোৱালী নাই। দুৱাৰ খুলি দিয়াজন এজন ডেকা। পিন্ধনত এটা মলিন লংপেণ্ট আৰু ঢিলা কামিজ। মূৰত এটা টুপী। তেওঁ অনুমান কৰিলে—ই নিশ্চয় নবাব খাঁৰ লগুৱা।

তীক্ষ্ণ দৃষ্টিৰে লৰাজনৰ মুখলৈ চাই এছ-পি চাহাবে তীব্ৰ মাতেৰে সুধিলে—"কোন তই?"

"মিছ ববিতা বৰুৱা!"

"কি ?……ববিতা বৰুৱা ? ষ্টুপিড্‌ ! সঁচা কথা ক, তোৰ নাম ?"

"হয় ছাৰ, মোৰ নাম ববিতা। আপোনালোক ঠিক সময়তে আহি পাইছে। আৰু অলপ পলম হোৱা হলেই—"

"কিন্তু তোমাৰ এই পোছাক……।" টিউব লাইটৰ স্নিগ্ধ পোহৰত এছ-পি চাহাবে সূক্ষ্মভাৱে ববিতাৰ চেহেৰা আৰু সাজপাৰ নিৰীক্ষণ কৰিলে। লগতে কণ্ঠস্বৰ। একেই নিৰ্ভীক মাতেৰে ববিতাই কলে—"সেইবোৰ বহুত কথা ছাৰ ! পিচত শুনিব। আগতে আপোনালোকৰ আচল কামখিনি কৰি লওক। নবাব খাঁ সিটো কোঠালীতে আছে। তেওঁক বেগেতে—"

এছ-পি চাহাবে ববিতাৰপৰা চকু ঘূৰাই নি চিপাহী এজনক চকুৰ ঠাৰেৰে কিবা এটা ইঙ্গিত দি মান্নানৰ সতে সিটো কোঠালৈ যাবলৈ উদ্যত হৈছে মাত্ৰ, এনেতে ফণা তোলা সাপৰ দৰে ক্ৰুদ্ধমূৰ্ত্তিৰে নবাব খান ওলাই আহিল। তেওঁলোকক সম্মুখত দেখি থত্‌মত্‌ খালে যদিও বিশেষ অপ্ৰস্তুত হোৱা যেন নেদেখুৱাই নবাব খানে কলে—"অ' আপোনালোক আহিছে ? বৰ ভাল হ'ল ; এই বদমাচ ছোৱালী-জনীয়ে মোক পুৰুষৰ বেশ ধৰি আহি ঠগিবলৈ আহিছে, মোক প্ৰবঞ্চনা কৰিবলৈ আহিছে হুজুৰ ! গতিকে তাইক এৰি নিদিব। এতিয়াই হেণ্ডকাফ্‌ লগাই থানালৈ লৈ যাওক হুজুৰ !"

সিটো কোঠালীৰ আলমাৰী, বাকচ, চন্দুক, বিছনা-তল আদি গোটেইবোৰ তন্ন-তন্নকৈ চোৱাৰ পিচত যিবোৰ মূল্যবান চিঠি-পত্ৰ আৰু আপত্তিজনক বস্তু পোৱা গ'ল, সেইবোৰ দেখি এছ-পি চাহাবৰ মুখ অদ্ভুতৰূপে উজ্জ্বল হৈ উঠিল। উৎফুল্ল মাতেৰে তেওঁ মান্নানক কলে—"আমি বৰ ভাগ্যবান মান্নান ! কেঁচু খান্দোতে সাপ ওলাল।"



॥ ত্ৰিশ ॥

পিচদিনা। পুৱা আঠ বাজি গৈছিল।

এছ-পি চাহাবৰ অফিচ চেম্বাৰত বহি ডি-এছ-পি প্ৰমুখ্যে কেবাজনো সংশ্লিষ্ট বিষয়া আৰু কৰ্মচাৰীয়ে কালি গধূলিৰ সেই ৰহস্যজনক ঘটনাটোৰ বিষয়েই আলোচনা কৰি আছিল।

এছ-পি চাহাবৰ মুখৰপৰা নবাব খাঁৰ আচল পৰিচয় আৰু কাৰ্য্যাৱলীৰ বিষয়ে বিতংভাৱে জানিবলৈ কেউজন বিষয়া আৰু কৰ্মচাৰী উদগ্ৰীৱ হৈ পৰিছিল। এছ-পি চাহাবে সকলো কথা একালৰ পৰা কৈ আহি শেষত নবাব খাঁৰ দলটোৰ কথা কবলৈ আৰম্ভ কৰিছে মাত্ৰ, এনেতে চিপাহী এজন সোমাই আহি তেওঁক চালাম দি কাৰ্ড এখন আগবঢ়াই দিলে। কাৰ্ডটোত চকু ফুৰাই এছ-পি চাহাবে প্ৰসন্ন মুখেৰে নিৰ্দেশ দিলে : তেওঁক আহিবলৈ কোৱাঁ।

এক মিনিটমানৰ পিচতে আগন্তুক দুৱাৰমুখত উপস্থিত হ'লহি। তেওঁৰ গাত শুভ্ৰ চাহাবী সাজ। ভৰিত ক'লা জোতা।

"আহাঁ, আহাঁ শইকীয়া, তোমাৰ কথাই এইমাত্ৰ আলোচনা হৈছিল।" কৈ কৈ অতনুলৈ হাতখন আগবঢ়াই দিলে এছ-পি চাহাবে। নিঃসঙ্কোচে এছ-পি চাহাবৰ সতে কৰমৰ্দন কৰি অতনুৱে কেউজন পুলিচ বিষয়া আৰু কৰ্মচাৰীলৈ চালে।

এনেতে এছ-পি চাহাবে কলে—"বহা শইকীয়া।"

অতনু বহাৰ লগে লগে তেওঁ সপ্ৰশংস দৃষ্টিৰে অতনুলৈ চাই কলে—"তোমাক মই কালিহে ভালকৈ চিনি পালোঁ শইকীয়া। বাস্তৱিকতে তোমাৰ নিচিনা ডেকাহে আমাৰ আই-বি ব্ৰাঞ্চত থকা উচিত। এই কেছটোত তুমি যি অভাৱনীয় বুদ্ধি-কুশলতাৰ নিদৰ্শন দেখুৱালা, তাৰ বাবে মই সঁচাকৈয়ে গৌৰৱান্বিত। মোৰ ধন্যবাদ গ্ৰহণ কৰা শইকীয়া।"

অতনুৱে নম্ৰ সুৰত কলে—"তেনেকৈ কিয় কৈছে ছাৰ? মইতো অকলে সিমান এটা ডাঙৰ কাম কৰা নাই; আপোনালোকৰ সহযোগিতা নোপোৱা হলে—"

"হলেও এই ক্ষেত্ৰত তোমাৰ বৰঙনিয়েই সৰ্ব্বাধিক। মই তোমাৰ কৰ্মতৎপৰতা আৰু বুদ্ধিমত্তাৰ কথা আমাৰ বৰচাহাবকো ফোনযোগে জনাইছোঁ। তেৱোঁ তোমালৈ ধন্যবাদ জনাইছে।" এইবুলি কেউজন উদ্বিগ্ন বিষয়া আৰু কৰ্মচাৰীৰ আগত অতনুৰ আচল পৰিচয় দি তাৰ কৰ্ম-তৎপৰতাৰ তাৰিফ কৰিবলৈ ধৰিলে।

তাৰ পিচত কথাৰ মোৰ ঘূৰাই এছ-পি চাহাবে হঠাতে অতনুক প্ৰশ্ন কৰিলে: "বাৰু শইকীয়া, তুমি যে ইমান নিখুঁত অভিনয় কৰি ববিতাক পলুৱাই নি গুপ্ত-গৃহত সুমুৱাই থৈছিলা—তাৰ অৰ্থ কি? সেইখিনি অভিনয়ৰ আশ্ৰয় নোলোৱা হলেও জানো তুমি নবাব খানক গ্ৰেপ্তাৰ কৰাব নোৱাৰিলাহেঁতেন?"

অতনুৱে এটা তৃপ্তিৰ হাঁহি মাৰিলে: "হয়তো পাৰিলোঁহেঁতেন ছাৰ; কিন্তু সেইখিনি কৰাৰ বেলেগ কাৰণ আছিল।"

এছ-পি চাহাবে কাৰণটো জানিব খোজাত অতনুৱে কৈ গ'ল: "নবাব খাঁ আৰু তেওঁৰ দলটোক ধৰা পেলোৱাৰ ভাৰ ডিপাৰ্টমেণ্টৰ পৰা মোৰ ওপৰত পৰাৰ দিনাৰ পৰাই মই অতি সাৱধানে তেওঁৰ কাৰ্য্যকলাপবোৰ লক্ষ্য কৰি আহিছিলোঁ। তেওঁক কিছুদূৰ অনুসৰণ কৰাৰ পিচতে মই এটা আচৰিত খবৰ শুনিলোঁ। তেওঁ হেনো ববিতা নামৰ ছোৱালীজনীৰ ৰূপত অতিশয় আকৃষ্ট হৈছে।



তাইক লাভ কৰিবৰ বাবে নীতেন বৰুৱাক পোন্ধৰ হেজাৰ টকা যাচিছিল; সুখৰ বিষয়, নীতেনে সেই টকালৈ সমূলি লোভ নকৰিলে; বৰং টকাখিনি তেওঁৰ গাত দলিয়াই দি তেওঁৰ সেই জঘন্য প্ৰস্তাৱৰ প্ৰতি উৎকট ঘৃণা প্ৰদৰ্শন কৰি আঁতৰি আহিল। নীতেনক বলে নোৱাৰি নবাব খাঁই তেওঁৰ ব্যৱসায়ৰ অন্যতম অংশীদাৰ উচমানীক তেওঁৰ অভিলাষৰ কথা জনালে। উচমানীয়ে আশ্বাস দিলে, ছোৱালীজনী লাভ কৰাত তেওঁ যথাসাধ্য চেষ্টা কৰিব।

তাৰ পিচত দুয়ো আলচ কৰি ঠিক কৰিলে যে ববিতাক তেওঁলোকে অপহৰণ কৰিব। যিদিনা ববিতা ইন্দ্ৰপুৰীৰ পৰা অন্তৰ্ধান হ'ল, তাৰ পিচদিনাই তেওঁলোকে তাইক অপহৰণ কৰাৰ কথা আছিল। এটা কথা ঠিক ছাৰ, সেইদিনা ববিতাক মটৰত তুলি নিয়া পাঞ্জাবী মানুহজন মই নহৈ যদি নবাব খাঁ বা তেওঁৰ দলৰ আন কোনোবা হ'লহেঁতেন, তেনেহলে ববিতাক এনে অক্ষত অৱস্থাত পোৱা নগ'লহেঁতেন। ববিতাক পাশৱিক অত্যাচাৰ কৰি তেওঁলোকে হয়তো মাৰি পেলালেহেঁতেন, নহলে চিৰদিনৰ বাবে পাকিস্থানলৈ নিৰ্ব্বাসন দিলেহেঁতেন। তাৰ উদাহৰণো মোৰ হাতত আছে ছাৰ।"

অলপ ব্যস্ততা দেখুৱাই এছ-পি চাহাবে সুধিলে—"তাৰ মানে?"

অতনুৱে কলে—"আজি ছমাহমানৰ আগতে নগাঁৱৰ এটা সম্ভ্ৰান্ত পৰিয়ালৰ এজনী কলেজীয়া গাভৰু ৰহস্যজনকভাৱে অন্তৰ্ধান হোৱাৰ বাতৰিটো মনত আছে নহয় ছাৰ?"

"ওঁ আছে।"

"সেই ছোৱালীজনী নগাঁৱৰ পুলিচে বিচাৰি উলিয়াব নোৱাৰিলে। আমাৰ ডিপাৰ্টমেণ্টো সেই ক্ষেত্ৰত শোচনীয়ভাৱে ব্যৰ্থ হ'ল। কিন্তু বহুত অনুসন্ধান আৰু চেষ্টাৰ মূৰত মই বৰ্ত্তমান জানিবলৈ সমৰ্থ হৈছোঁ যে ছোৱালীজনী এতিয়াও জীৱিত। অৱশ্যে ইয়াত নাই; পাকিস্থানত। নবাব খাঁৰ দ্বিতীয়া বিবিৰ শূন্য ঠাই সেই ছোৱালী-জনীয়ে পূৰণ কৰি আছে।"

গভীৰ বিস্ময়েৰে আটাই কেইজনে অতনুৰ মুখলৈ চাই আছিল। এছ-পি চাহাবেও এইবাৰ বিস্ময় প্ৰকাশ কৰিলে। তাৰ পিচত একে প্ৰসঙ্গৰ সূত্ৰ ধৰি তেওঁ আকৌ সুধিলে—"বাৰু ৰবাচোন, ববিতাক তুমি যিটো ঘৰত লুকুৱাই থৈছিলা, তাত আৰু কোনোবা মানুহ আছিল নেকি?"

"নাই ছাৰ, তাত কোনো নেথাকে। সেইটো মোৰ কোৱাৰ্টাৰৰ এটা বৰ্ধিত কোঠালী মাত্ৰ। বাহিৰা মানুহে সেইটো কোঠালীৰ সন্ধান নেপায়। মই তাৰ প্ৰতিটো বস্তু আধুনিক ধৰণে তৈয়াৰ কৰি লৈছোঁ। বিশেষ প্ৰয়োজন নহলে কোঠালীটো খোলাই নহয়।"

এছ-পি চাহাবে এটা চিগাৰেট জ্বলালে। ইমান পৰে ডি-এছ-পি চাহাবে কেৱল কথাবোৰ শুনিহে গৈছিল; কাকো একো প্ৰশ্ন কৰা নাছিল। এইবাৰ তেওঁ সুধিলে—"বাৰু তুমি যে ইন্দ্ৰপুৰীৰ পৰা তেনে এটা অভিনৱ কৌশলেৰে ববিতাক লৈ যাবা, সেই কথা তাই আগতে জানিছিল নেকি?"

"জনা নাছিল ছাৰ, মই তেওঁক সেই বিষয়ে কোনো ইঙ্গিতো দিয়া নাছিলোঁ। আনকি আপোনালোকৰ আগত স্বীকাৰ কৰাৰ পৰা মোৰ ক্ষতি নহব যে ববিতাই মোক সমূলি ভাল নেপাইছিল। মই নীতেনৰ বন্ধু বুলি জানিও তেওঁ মোৰ সতে মুকলি মনেৰে কথা-বতৰা নেপাতিছিল।"

"তেনেহলে এইকিটা দিন তাই তোমাৰ লগত থাকিল কেনেকৈ? নে তোমাক তাই চিনিব পৰা নাছিল?"

"প্ৰথমে পৰা নাছিল ছাৰ! দুদিনমানলৈ মোৰ কাৰ্য্যকলাপ তেওঁ একো ধৰিব পৰা নাছিল। ইন্দ্ৰপুৰীৰ পৰা তেওঁক লৈ যোৱা সেই পাঞ্জাবী মানুহজনক তেওঁ সঁচাসঁচিকৈ এটা সুকীয়া ৰূপত কল্পনা কৰিছিল। কিন্তু মই নিজৰ পৰিচয় সম্পূৰ্ণ গোপনে ৰাখিব নোৱাৰিলোঁ। সেয়ে হোৱা হলে নবাব খাঁৰ ঘৰলৈ তেওঁক নিয়া সম্ভৱ নহ'লহেঁতেন। আচৰিত বুদ্ধিমতী আৰু সাহসী ছোৱালী ববিতা। মই মোৰ কৰ্ত্তব্যৰ পৰিচয় দি সকলো কথা ভাঙি-পাতি কোৱাত তেওঁৰ মনৰ সকলো ভয়-সংশয় আঁতৰি গ'ল। তেওঁ কলে—'মোৰ সামান্যতম বৰঙনিয়ে যদি আমাৰ দেশৰ এজন বা দুজন শত্ৰুক কাবু কৰাত সহায় কৰে তেন্তে মই হেলাৰঙে সেই কামত আগবাঢ়িম।' ববিতাৰ দৰে চতুৰ আৰু বলিষ্ঠ মনৰ ছোৱালী মই খুব কমেইহে দেখিছোঁ ছাৰ।"

খন্তেকলৈ গোটেই কোঠালীটোত নীৰৱতাই বিষাদ কৰিলে। নীৰৱতা অতনুৱেই ভঙ্গ কৰিলে আগধৰি: "ছাৰ! থান্নাক খালাচ দিয়াৰ কিবা ব্যৱস্থা কৰিলে নেকি?"

"ওঁ কৰা হৈছে; যিমানদূৰ সম্ভৱ আজি আবেলিয়ে তেওঁ মুক্তি পাব। কিন্তু ববিতাক লৈহে এটা সমস্যাত পৰিছোঁ। হোষ্টেল ছুপাৰলৈ ফোন কৰি ববিতাৰ কথা জনোৱাত তেওঁ আপত্তি কৰি কৈছে যে এনেকুৱা এজনী ছোৱালীক হোষ্টেলত পুনৰ ঠাই দিয়াত তেওঁৰ সমূলি আগ্ৰহ নাই। তথাপি কৰ্ত্তৃপক্ষৰ লগত আলোচনা কৰি কিবা এটা জনাম বুলি কৈছে।"

"হয় ছাৰ, ববিতাক হোষ্টেলত থকাৰ অনুমতি দিবই লাগিব। মই ভাবোঁ, ববিতাৰ নিৰুদ্দেশ সম্পৰ্কীয় ঘটনাত তেওঁলোকে এটা ভুল ধাৰণা পোষণ কৰি আছে। কথাটো তেওঁলোকক বুজাই কোৱা উচিত আছিল।"

"মই তাৰ ব্যৱস্থা কৰিম শইকীয়া," ডি-এছ-পি চাহাবে কলে—"মই নিজেই হোষ্টেল ছুপাৰক লগ ধৰি কথা-বতৰা হম।" এইবুলি জেপৰ পৰা নিজৰ ডায়েৰীখন উলিয়াই কিবা এটা পঢ়ি চাই ডি-এছ-পি চাহাবে সুধিলে—"বাৰু কোৱাচোন, নবাব খাঁ আৰু তেওঁৰ দলটোক তুমি কিমান দিনৰ পৰা ফলো কৰি আহিছিলা?"

"আজি প্ৰায় চাৰি বছৰৰ পৰা।"

"তেওঁ যে এজন ঘাগু স্মাৰ্গলাৰ, তাৰ প্ৰথম প্ৰমাণ তুমি কিহত পাইছিলা—কিবা মনত আছেনে বাৰু?"

"আছে ছাৰ, মই তেওঁক আৰু উচমানীক অনুসৰণ কৰিবলৈ লোৱাৰ কেইদিনমানৰ পিচতে এদিন এটা ঘটনা দেখিবলৈ পালোঁ। ফাঁচীবজাৰৰ এজন লাখপতি মাৰোৱাৰী ব্যৱসায়ীৰ লগত মোৰ কিছু বন্ধুত্ব আছে। কেতিয়াবা সুবিধা বুজি তেওঁৰ দোকানত বহোঁগৈ। সেইদিনাও সন্ধিয়া পৰত গৈ তেওঁৰ সৈতে কিবাকিবি কথা পাতি বহি আছোঁ। চাওঁতে চাওঁতে দোকানৰ গ্ৰাহক কমি আহিল। গোমস্তা আৰু ছেল্‌ছমেনজনৰ বাহিৰে কোনো নাই। এনেতে দোকানলৈ সোমাই আহিল এজন মানুহ। ভদ্ৰলোকৰ গাত কুৰ্ত্তা-পাঞ্জাবী আৰু চকুত চছমা। হাতত সোণৰ চেইনৰ চিকমিকীয়া ঘড়ী। ভদ্ৰলোকৰ এখন হাতত এটা মিডিয়াম ছাইজৰ হেণ্ডবেগ।

ব্যৱসায়ী বন্ধুৱে তেওঁক উচ্ছ্বসিত সম্ভাষণ জনালে আৰু গাদীতে বহিবলৈ দিলে। তাৰ পিচত মোক কলে—'চৈকীয়া বাবু, আপ্‌নি বিয়া নাপাবো; এখেত মোৰ বন্ধু। ব্যবচায় চম্পৰ্কীয় একটা কথাৰ নিমিত্তে মোৰ ওচৰত আহিছে। আমি অলপ ভিতৰত যাও চৈকীয়া বাবু! আপ্‌নি বহক।' এইবুলি তেওঁক লৈ দোকানৰ ভিতৰফালে ওচৰতে থকা সৰু কোঠালী এটাত সোমালগৈ। ভদ্ৰলোকক দেখিয়ে মোৰ অলপ সন্দেহ হৈছিল। অলপ পিচতে দেখোঁ, ছেল্‌ছমেনজন বাহিৰলৈ ওলাই গৈছে আৰু গোমস্তাজন নিজৰ কামত নিমগ্ন। সেই সুযোগতে মই লাহেকৈ গাদীৰপৰা উঠি ৰুমটোৰ কাষলৈ গলোঁ আৰু অতি সাৰধানে তেওঁলোকৰ কথোপকথন শুনিবলৈ ধৰিলোঁ। দুয়োৰো মৃদু গুঞ্জনৰ পৰা বুজিলোঁ যে ভদ্ৰলোকৰ বেগত একত্ৰিশটা চোৰাংকৈ অহা হাতঘড়ী, এশতোলা সোণ আৰু পঞ্চাশটা চাইনিজ ফাউণ্টেন্ পেনকে ধৰি আৰু কেবাবিধো চোৰাং সামগ্ৰী আছে।......

"তেওঁলোক কোঠাটোৰ পৰা ওলোৱাৰ আগে আগেই মই আকৌ গাদীত বহিলোঁগৈ। খন্তেক পিচতে ভদ্ৰলোক গ'লগৈ। বন্ধুক মাত লগাই ময়ো বিদায় ললোঁ। যিজন ভদ্ৰলোকৰ কথা কলোঁ,



তেওঁৰ নামেই উচমানী। মই তেওঁৰ নাম বহুত আগতেই জানিছিলোঁ।"

অতনু ৰ'ল। এইবাৰ এছ-পি চাহাবে গম্ভীৰভাৱে সুধিলে—"তেন্তে তোমাৰ সেই ব্যৱসায়ী বন্ধুৰ দোকান খানাতালাচ কৰিলেও বহুত ৰহস্য উদ্ধাৰ হব, নহয় জানো শইকীয়া?"

"হয় ছাৰ, কিন্তু সেই কাম বৰ্ত্তমান আপোনালোকৰহে।"

"ধন্যবাদ। আমি এঘণ্টাৰ পিচতেই তেওঁৰ দোকানত উপস্থিত হমগৈ। বাৰু এটা কথা বৈ গ'ল নহয়, নবাব খাঁৰ দলৰ উচমানী আৰু নীৰেন বিশ্বাসক আমাৰ পুলিচে ইতিমধ্যে আটক কৰিছে। কিন্তু কমল ঘোষ আৰু ৰতনলাল জাভেৰীক এতিয়াও বিচাৰি পোৱা নাই। আনপিনে ইক্‌বাল হুছেইনৰো কোনো ব্যৱস্থা লোৱা হোৱা নাই। এই ক্ষেত্ৰত তোমাৰ কিবা পৰামৰ্শ আছে নেকি?"

অতনু গহীন হৈ পৰিল। এছ-পি চাহাবক সি কি পৰামৰ্শ দিব? তাক কিবা পৰীক্ষা কৰা নাইতো? অলপ চিন্তা কৰি অতনুৱে কলে—"মোৰ বোধেৰে ইক্‌বাল হুছেইন সম্পৰ্কত আপোনা-লোকে আজিয়ে দিল্লীৰ পুলিচলৈ খবৰ পঠোৱা উচিত। মই ভাবোঁ, নবাব খাঁ আৰু উচমানীৰ হাতত পোৱাৰ দৰে ইক্‌বাল হুছেইনৰ হাততো এনে বহুত আপত্তিজনক বস্তু পোৱা যাব। কিন্তু বিলম্বই কাৰ্য্যনাশ কৰে।......কমল ঘোষ আৰু ৰতনলাল জাভেৰী এতিয়াও অসমৰ বাহিৰ হৈ যাব পৰা নাই নিশ্চয়। ভালকৈ তদন্ত কৰিলে সিহঁতক অতি সোনকালে ধৰিব পাৰিব।"

"বেছ কথা," এছ-পি চাহাবে কলে—"তোমাৰ কথামতেই কাম হব। পিছে তোমাৰ বন্ধু নীতেন বৰুৱা; তেৱোঁতো নবাব খাঁৰ দলৰে মানুহ বুলি প্ৰমাণিত হৈছে। বন্ধু হিচাপে তেওঁৰ বিষয়ে তোমাৰ কিবা কবলগীয়া আছে নেকি?"

অতনু যেন ক্ষুণ্ণ হ'ল অলপ।

"মোৰ কি কবলগীয়া থাকিব পাৰে ছাৰ? মোৰ কবলগীয়াখিনি

আইন আৰু আদালতেই ক'ব। কাৰণ মই ভাবোঁ, পেটৰ জ্বালাতেই হওক বা যি কাৰণতেই হওক, শত্ৰুৰ লগত হাত মিলাই যিজনে নিজৰ দেশৰ অনিষ্ট সাধন কৰে, নিজৰ দেশবাসীক নানাভাৱে ঠগ-প্ৰবঞ্চনা কৰি নিজৰ গাৰ মঙহ আনক বেচিবলৈ যায়, তেওঁৰ সমান প্ৰবঞ্চক, বিশ্বাসঘাতক আৰু স্বাৰ্থপৰ মানুহ পৃথিবীত কোনো হ'ব নোৱাৰে। স্পষ্ট কথা যে নবাব খাঁ আৰু উচমানীহঁত আমাৰ শত্ৰু। অকল জনসাধাৰণৰে শত্ৰু নহয়, শত্ৰু আমাৰ চৰকাৰৰো। কিয়নো তেওঁলোকে নিজৰ আচল পৰিচয় গোপন কৰি আমাৰ দেশৰ ধন লুটিবলৈ আহিছে। আমাৰ দেশৰ প্ৰগতিত, উন্নয়নত বাধা দিছে। গতিকে তেওঁলোকৰ লগত লিপ্ত থকা আমাৰ প্ৰতিজন নাগৰিকেই আইন আৰু আদালতৰ দৃষ্টিৰে শাস্তি পোৱা উচিত।"

"সুন্দৰ যুক্তি! তোমাৰ নিস্বাৰ্থ বিচাৰ-বিবেচনাত মই বৰ আনন্দ পাইছোঁ শইকীয়া! তোমাৰ জীৱন জয়যুক্ত হওক।" এছ-পি চাহাবে গভীৰ আন্তৰিকতাৰে ক'লে।

তেওঁৰ সেই উক্তিত ডি-এছ-পিকে ধৰি আন কেইজনেও গভীৰ প্ৰশংসাসূচক দৃষ্টিৰে অতনুলৈ চালে। অতনুৰ মুখত তেতিয়া আত্মতৃপ্তিৰ উজ্জ্বল আভা।

+ + +